সুলেখিকা ডলী তালুকদাৰৰ স্মৃতিত

# অশ্ৰু-তীৰ্থ








সুৰভি সাহিত্য সমাজ ।। গুৱাহাটী

সম্পাদনা : কনকচন্দ্ৰ ডেকা







# অশ্রু-তীর্থ

## সুৰভি ঃ ষষ্ঠ-অৱদান





সম্পাদনা ঃ কনকচন্দ্ৰ ডেকা

সুৰভি সাহিত্য সমাজ, গুৱাহাটী

Ashru-Tirtha : A Collection of Condolence messages and articles on the life and works of Dolly Talukdar, edited by Shri Kanak Chandra Deka. Published by Suravi Sahitya Samaj, Guwahati. Price Rs. 20 (Twenty Only)

---

সুৰভি

ষষ্ঠ-অৰদান

২৬ ডিচেম্বৰ, ১৯৯৩

**অশ্ৰু-তীৰ্থ** ঃ সুলেখিকা ডলী তালুকদাৰ ঃ স্মৃতি অৰ্ঘ্য

সম্পাদনা ঃ **শ্ৰীকনকচন্দ্ৰ ডেকা**



প্ৰচ্ছদপট ঃ শ্ৰীত্ৰৈলোক্য দত্ত

প্ৰকাশক ঃ **সুৰভি সাহিত্য সমাজ**

মূল্য— ২০'০০ ( কুৰি টকা )

মুদ্ৰক ঃ হেমকোষ প্ৰিন্টাৰ্চ

# অশ্ৰু-তীৰ্থ

সম্পাদক নিবেদন,

২৭ নবেম্বৰ, দিনৰ এঘাৰমান বজাত সাংবাদিক, সুলেখক, অভিনেতা, চলচিত্ৰ নিৰ্দেশক শ্ৰীফণী তালুকদাৰ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ আলেখ্য এখনৰ শব্দ গ্ৰহণৰ কামত "হিন্দু-বৌদ্ধ-ইছলাম" ধৰ্মৰ ত্ৰিবেণী-সঙ্গম মিলন-তীৰ্থ হাজোলৈ যাত্ৰা কৰাৰ প্ৰাক-কালত গুণৱতী, পৰম ধাৰ্মিকা পত্নী শ্ৰীমতী ডলী তালুকদাৰে শ্ৰীহয়গ্ৰীৱ মাধৱৰ চৰণত এগছি বন্তি আৰু এধাৰ মালা নিবেদন কৰিবলৈ স্বামীক অনুৰোধ কৰিছিল। হাজো পাই ভক্তিত গদ্‌ গদ্‌ হৈ যেতিয়াই শ্ৰীতালুকদাৰে শ্ৰীহয়গ্ৰীৱ মাধৱৰ চৰণ অৰ্ঘ্য নিবেদন কৰিছিল তদ্‌ মুহূৰ্ত্ততে (?), প্ৰায় ১২'৩০ বজাত ডলী তালুদাৰৰ আত্মা শ্ৰীহয়গ্ৰীৱ মাধৱৰ পৰমাত্মাৰ লগত বিলীন হৈ গৈছিল।

অসম সাহিত্য সভাৰ অন্যতম্‌ প্ৰাণৱন্ত আৰু কৰ্মঠ শাখা সভা—'**সুৰভি সাহিত্য সমাজ**'ৰ কবি-সাহিত্যিক, গুণী-জ্ঞানী, বিদ্যান-বিদূষী সকলৰ জীৱন আৰু কৰ্মৰ ওপৰত আলোকপাত কৰি শ্ৰদ্ধা নিবেদন কৰাটো অন্যতম্‌ মুখ্য উদ্দেশ্য। স্বৰ্গীয়া ডলী তালুকদাৰ এনে এগৰাকী বহু গুণৱতী মহিলা আছিল, যাৰ স্মৃতি-চাৰণ কৰাটো সুৰভি সাহিত্য সমাজে নিতান্ত প্ৰয়োজন বুলি অনুভৱ কৰিছে আৰু তাৰ ফলশ্ৰুতি স্বৰূপে "অশ্ৰু-তীৰ্থ" এই স্মৃতি লেখাখনি সুধী-সমাজৰ হাতলৈ আগবঢ়াইছে। নিচেই কম সময়ৰ ভিতৰত চাৰিটা ছপাশালৰ মাজত দিনে-নিশাই তঁাতবাতি কাঢ়ি পুথিখনি ছপা কৰি উলিওৱা হ'ল। অনিচ্ছাকৃত ভুল-ভ্ৰান্তি কিছুমান ৰৈ যোৱাৰ উপৰি কিবাগৰাকী বিশিষ্ট লেখকৰ শ্ৰদ্ধাঞ্জলি পুথিখনিত সন্নিবিষ্ট কৰিব নোৱাৰি সে সকলৰ ওচৰত আমি ক্ষমা ভিক্ষা খুজিছো।

পুথিখনি ৰূপায়ণ কৰাত শ্ৰীযুত ফণী তালুকদাৰদেৱৰ অকুণ্ঠ সহায় আৰু উপদেশ কৃতজ্ঞতাসহ স্বীকাৰ কৰিবই লাগিব। তদুপৰি আমাৰ অনুৰোধ ৰক্ষা কৰি যিসকল ব্যক্তিয়ে স্বৰ্গীয়া ডলী তালুকদাৰৰ জীৱন আৰু কৰ্মৰ স্মৃতি-চাৰণ আমালৈ পঠাইছে তেখেতসকলৰ ওচৰত আমি ঋণগ্ৰস্ত হৈ ৰ'লো।

হেমকোষ প্ৰিন্টাৰ্ছে পুথিখনি সময়মতে ছপা কৰি দি আমাৰ আন্তৰিক ধন্যবাদ লাভ কৰিছে। বিশেষতঃ হেমকোষ প্ৰিন্টাৰ্ছৰ মেনেজাৰ শ্ৰীবিপুল বৰঠাকুৰৰ কৰ্মপটুতা আৰু অধ্যাৱসায় সঁচাকৈ প্ৰশংসনীয়।

শেষত সুৰভি সাহিত্য সমাজৰ নিষ্ঠাৱান কৰ্মী, সুলেখক তথা যোগ্য-ৱান সম্পাদক শ্ৰীৰঞ্জিত কুমাৰ শৰ্মাৰ সক্ৰিয় সহযোগ নোপোৱা হ'লে পুথিখনি প্ৰকাশৰ বাটত আমি উজটি খাবলগীয়া হ'লহেঁতেন!

ধন্যবাদ—

গুৱাহাটী—
২৬ ডিচেম্বৰ, ১৯৯৩

**কনক চন্দ্ৰ ডেকা**
সম্পাদক
অশ্ৰু-তীৰ্থ

# অশ্ৰু-তীৰ্থ

## সূচীপত্ৰ

# অশ্রু-তৰ্পণ

ডঃ মহেশ্বৰ নেওগ

কেঁচুৱা কালৰ পৰাই ডলীক দেখিছো, কাৰণ ডলী মোৰ সৰু মোমাই-দেউৰ জীয়েক আৰু কাণসমনীয়া ভনীয়েক লিলি মোৰ আগ বয়সৰ সাধু-কথা শুনা শ্ৰোতা। দিনৰ দিনটো সাধু কথা চলে। ৰাতিও কেতিয়াবা কথন চলি থাকে। তেতিয়াৰ পৰাই ডলীৰ মাত-কথা বিশেষ গঢ়ৰ।

গহীন গহীন শব্দ ব্যৱহাৰ কৰি কথা কয়। অলপ ডাঙৰ হ'লত জ্যোতি প্ৰসাদ আগৰৱালাৰ জয়মতী কুঁৱৰী গ্ৰামোফোন ৰেকৰ্ডত শুনি উচুপি উচুপি কান্দে। এই ভাবে এটা বিশেষ পৰিবেশত দুয়োজনেই ডাঙৰ হয়। বিশেষকৈ মোমাইদেউ থানেশ্বৰ হাজৰিকাৰ বিশেষ গঢ়ৰ এক ব্যক্তিত্ব আছিল। তেওঁৰ প্ৰভাৱো লিলি, ডলীৰ ওপৰত পৰিছিল। মোমাইদেউ আছিল কবি, সাহিত্যিক "ভিক্‌টৰ হিউগোৰ" ফৰাচী উপন্যাস 'লে মিজাৰাব'লক "দীন দুখী" চিকুণ অসমীয়া ভাষালৈ ভাঙিছিল। ইংৰাজ কবিৰ কবিতাও অসমীয়া ঠাঁচত লেখিছিল। তেওঁ আৰু ৰচনা কৰিছিল বিহুৱান নামৰ কবিতা ঃ

"কেতেকীৰে তিল নাহৰৰে ঘিলা
সাজিছো বিহুৰে পিঠা।" ইত্যাদি

কথা-বতৰাত তেওঁ মহা ৰসিক (Conversationist), খানা-পাবাৰ গোপালন কেন্দ্ৰত কাম কৰে। কিন্তু তেওঁৰ কামৰ ভিতৰত ঘাইকৈ আছিল গুৱাহাটীৰ পৰা সাহিত্যিকক ধৰি ধৰি নি খানাপাৰাত কথন-মথন কৰা আৰু হো-হো কৰি হঁহা। কাৰণ তেওঁৰ মন্ত্ৰই আছিল 'Laugh and be fat'. এনে পৰিবেশত ডলীহঁতৰ কাৰণে এক সুখকৰ পৰিবেশ হোৱাই স্বাভাৱিক। মই কলেজত পঢ়াৰ সময়ত ঘন সংস্পৰ্শত আছিলো আৰু সেই সময়তে ডলীহঁত লাহে লাহে ডাঙৰ হৈছিল। ডলীহঁতৰ স্কুলৰ আৰু ধেমালিৰ লগৰীয়াসকলে সাহিত্যৰ ৰস পান কৰিছিল। ডলীয়ে ইয়াৰ মাজতে স্কুল পাছ কৰি কলেজৰ ছাত্ৰী হৈ পৰিছিল আৰু ইয়াৰ মাজে মাজে সাহিত্যৰ চৰ্চা কৰিছিল। সৰু সৰু গল্প কবিতা ৰচনা কৰিছিল। এই সময়ত তেও লোক মাকৰ দেউতাক ককা মহেন্দ্ৰলাল বৰুৱাৰ ঘৰতেই প্ৰায় আছিল। ডলী স্কুলত পঢ়ি থকা বয়সতে মোমাইদেউৰ অসুখ হয় আৰু শেষত মৃত্যু হয়।

গুৱাহাটীত নতুন বতাহ। 'অল ইণ্ডিয়া ৰেডিঅ'ৰ কেন্দ্ৰ ইয়াত প্ৰতিষ্ঠিত হৈছে। এই কেন্দ্ৰৰ পৰা ডলীয়ে গাবৰ বাবে মই গীত ৰচনা কৰিছিলো কিন্তু সেই গীতৰ পাঠ তেনে গীত ৰচনা কৰা আৰু গোৱা বৰ নচলিল। কিন্তু নতুনকৈ গল্প লিখাৰ অভ্যাসটো কৰিলে। তেওঁ ভাল গল্প লেখিছিল যদিও বেছি গল্প তেওঁৰ লিখা নহ'ল। দুখনি মাথোন কিতাপ ছপা হৈ ওলাল। কিন্তু তেওঁৰ সাহিত্যিক ৰুচি সকলো সময়তে উচ্চ পৰ্য্যায়ৰ আছিল। গুৱাহাটীৰ অল ইণ্ডিয়া ৰেডিঅ'ৰ প্ৰোগ্ৰেম অফিচাৰ ফণী তালুকদাৰৰ লগত ডলীৰ বিয়া হয়। তালুকদাৰো উচ্চ ৰুচিৰ সাহিত্যিক পৰ্য্যায়ৰ লোক।

ডলী শিক্ষাৰ্থী আছিল আৰু শিক্ষয়িত্ৰী ৰূপে কৰ্মগত প্ৰাণ আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত এম. এ. ডিগ্ৰী লৈছিল। তেওঁ সিদিনা মাথোন গুৱাহাটী তাৰিণীচৰণ স্কুলৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় শিক্ষয়িত্ৰী ৰূপে অৱসৰ লৈছিল। তাৰ আগে আগে তেওঁ পাৰংগত শিক্ষয়িত্ৰী ৰূপে ভাৰত চৰকাৰৰ দ্বাৰা পুৰস্কৃত হৈছিল।

আজি ডলী আমাৰ মাজত নাই। আমি মাথোন তেওঁৰ নামত অশ্ৰু তৰ্পণ কৰিলো। □



# সুলেখিকা ডলী তালুকদাৰ : এটি আলেখ্য

কনকচন্দ্ৰ ডেকা

১৯৩০ চনৰ ১৪ নবেম্বৰৰ দিনা, গুৱাহাটীৰ লেম্বৰোডত মাতামহ মহেন্দ্ৰ লাল বৰুৱাৰ বাসভৱনত সুলেখিকা ডলী তালুকবৰ জন্ম হয় আৰু ১৯৯৩ চনৰ ২৭ নবেম্বৰৰ দিনা শিলপুখুৰীৰ নিজ বাসভৱনত সাংবাদিক, সু-সাহিত্যিক, নাট্যকাৰ, অভিনেতা আৰু চলচিত্ৰ পৰিচালক তথা অসম নাট্য সন্মিলনৰ সভাপতি স্বনামধন্য স্বামী ফণী তালুকদাৰক অকলশৰীয়া কৰি থৈ ইহলীলা সম্বৰণ কৰে। আন দিনাৰ দৰে সিদিনাও পুৱাবেলাৰ নিত্য নৈমিত্তিক কামখিনি কৰি 'মিলন তীৰ্থ' হাজোলৈ আকাশবাণীৰ এখন আলেখ্যৰ শব্দ গ্ৰহণৰ কামত যাব ওলোৱা স্বামীক খুৱাই-বুৱাই বিদায় দিয়ে। বিদায়ৰ সময়ত মিলন তীৰ্থত এগছি বন্তি আৰু মালা হয়গ্ৰীৱ মাধৱৰ চৰণত অৰ্পণ কৰিবলৈ অনুৰোধ কৰে। শ্ৰীতালুকদাৰে সিফালে মাধৱ মন্দিৰত প্ৰৱেশ কৰি শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱৰ চৰণত বন্তি আৰু মালা অপণ কৰাৰ তদ্ মুহূৰ্ততে (?) ইফালে পৰম ধাৰ্মিকা পতিব্ৰতা পত্নী ডলী তালুকদাৰে শেষ নিশ্বাস এৰে।

অসমৰ পুৰণিচাম লেখিকাৰ ভিতৰত ডলী তালুকদাৰ এগৰাকী লেখৰ মহিলা। মাত্ৰ বাৰ বছৰ বয়সতে 'এক, দুই, তিনি' নামৰ চুটি গল্প লিখি বহুতৰে প্ৰশংসা লাভ কৰিছিল। তেওঁৰ লেখাই সময়ত ড° সূৰ্য কুমাৰ ভূঞা, ডক্টৰ মহেশ্বৰ নেওগ, কবি-সাহিত্যিক ডিম্বেশ্বৰ নেওগ আদিক আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল।

ডলী তালুকদাৰক অসমীয়া সমাজৰ এগৰাকী আগশাৰীৰ মহিলা ৰূপে গঢ় দিয়াত তেওঁৰ বংশগতি, পাৰিপাৰ্শ্বিকতা, উপযুক্ত ন্যায়োনিষ্ঠ স্বামী, শৈক্ষিক পৰিৱেশ আৰু সুদীৰ্ঘ জীৱনৰ কৰ্মস্থলীয়ে প্ৰভূত পৰিমাণে সহায় কৰিছিল। সবাৰো ওপৰত তেওঁৰ আছিল সৃষ্টিধৰ্মী মানসিকতা, সংবেদনশীল হৃদয়, সকলোৰে প্ৰতি অকৃত্ৰিম স্নেহ আৰু ভালপোৱা, আৰু দুখীয়াৰ প্ৰতি দয়াশীলতা। কি ঘৰ, কি স্কুল, কি সমাজ-সন্মিলন সকলোতে ডলী বাইদেউক দেখিছিলো——শান্ত, সমাহিত এগৰাকী নাৰীমূৰ্তি। ধীৰ স্থিৰ কথা-বতৰা, গহীন-গম্ভীৰ চাল-চলন আৰু সুখত-দুখত সকলো সময়তে

ওঠত বিৰিঙি থকা মিচিকিঁয়া হাঁহিটোৰে ডলী বাইদেউ সকলোৰে শ্ৰদ্ধা আৰু মৰমৰ পাত্ৰী আছিল। অসুখৰ ভিতৰত এজ্‌মাৰ অসুখটোৱে মাজে-সময়ে, বিশেষকৈ শীতকালত তেওঁক বৰকৈ কষ্ট দিছিল। তালুকদাৰ দাদাই কোৱাত এবাৰ দিল্লীলৈ যাওঁতে বহু ঘূৰাঘূৰি কৰি বিদেশত প্ৰস্তুত দৰৱ এটি আনি দিছিলো।

ডলী বাইদেউৰ পিতৃ থানেশ্বৰ হাজৰিকা অসমীয়া সাহিত্যৰ এক-নিষ্ঠ সাধক আছিল। ভিক্‌টৰ হিউগৰ 'লা মিজাৰেবল' গ্ৰন্থখনি তেওঁ প্ৰাঞ্জল অসমীয়া ভাষাত 'দীনদুখী' নাম দি অনুবাদ কৰিছিল। ডলী তালুকদাৰৰ মাতৃ সুধালতা হাজৰিকা প্ৰয়াত মহেন্দ্ৰ লাল বৰুৱাৰ কন্যা। তেওঁৰ ভ্ৰাতৃ শ্ৰীকুমুদেশ্বৰ হাজৰিকা (সোণাৰাম হায়াৰ চেকেণ্ডাৰী স্কুলৰ অধ্যক্ষ) আৰু ভগ্নী শ্ৰীমতী লিলি হাজৰিকা। সিফালে ডক্‌টৰ মহেশ্বৰ নেওগ আৰু ৺ডিম্বেশ্বৰ নেওগৰ মোমাইদেউ আছিল ৺থানেশ্বৰ হাজৰিকা। সেই সূত্ৰে ডলী তালুকদাৰ ডক্‌টৰ নেওগ ভ্ৰাতৃদ্বয়ৰ ভনীয়েক। কেঁচুৱাৰে পৰা ডলী তালুকদাৰে ডক্‌টৰ নেওগৰ কিদৰে আপদাৰ পাইছিল তেখেতৰ লেখাৰ পৰা অকণমান তুলি দিছো---"কেঁচুৱা কালৰ পৰাই ডলীক দেখিছো, কাৰণ ডলী মোৰ সৰু মোমাইদেউৰ জীয়েক আৰু কাণসমনীয়া ভনীয়েক লিলি মোৰ আগবয়সৰ সাধুকথা শুনা শ্ৰোতা. দিনৰ দিনটো সাধুকথা চলে। ৰাতিও কেতিয়াবা কথন চলি থাকে। তেতিয়াৰ পৰা ডলীৰ মাত-কথা বিশেষ গঢ়ৰ।

গহীন গহীন শব্দ ব্যৱহাৰ কৰি কথা কয়। অলপ ডাঙৰ হ'লত জ্যোতি প্ৰসাদ আগৰৱালাৰ জয়মতী-কুঁৱৰী গ্ৰামোফোন ৰেকৰ্ডত শুনি উচুঁপি উচুঁপি কান্দে। সেইভাবে এটা বিশেষ পৰিৱেশত দুয়োজনেই ডাঙৰ হয়। বিশেষকৈ মোমাইদেউ থানেশ্বৰ হাজৰিকাৰ বিশেষ গঢ়ৰ এক ব্যক্তিত্ব আছিল। তেওঁৰ প্ৰভাৱো ডলী আৰু লিলিৰ ওপৰত পৰিছিল। মোমাইদেউ আছিল কবি সাহিত্যিক --- ইংৰাজ কবিৰ কবিতাও অসমীয়া ঠাচত লেখিছিল আৰু তেওঁ ৰচনা কৰিছিল 'বিহৱান' নামৰ কবিতা।"

ডলী তালুকদাৰে ত্ৰিশৰ দশকত নতুনকৈ আৰম্ভ কৰা চেণ্টমেৰীজ স্কুলত পঞ্চম শ্ৰেণীলৈ পঢ়িছিল। সেই সময়ত তাত পঞ্চম শ্ৰেণীলৈকেহে খোলা হৈছিল। তাৰ পিচত পাণবজাৰ ছোৱালী হাইস্কুলত সপ্তম শ্ৰেণীলৈ পঢ়ি তাৰিণীচৰণ হাইস্কুল আৰম্ভ হোৱাত তাত নাম ভৰ্তি কৰে আৰু ১৯৪৭ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯৫১ চনত সন্দিকৈ ছোৱালী কলেজৰ পৰা বি, এ আৰু ক্ৰমে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা



অসমীয়া বিষয়ত স্নাতক আৰু বি, টি ডিগ্ৰী আৰু ই, টি ডিপ্লোমা লয়। বি, টি পঢ়োতে বি, টি মহলাৰ মুখপত্ৰখন তেওঁ সম্পাদনা কৰিছিল। বি, এ, মহলাৰ ছাত্ৰী হৈ থাকোঁতে ১৯৫০ চনত সুসাহিত্যিক, সাংবাদিক, কথা-শিল্পী ফণী তালুকদাৰৰ লগত তেওঁৰ বিবাহ সম্পন্ন হয়। ১৯৫৬ চনত ডলী তালুকদাৰে তাৰিণীচৰণ ছোৱালী হাইস্কুলত চাকৰি জীৱন আৰম্ভ কৰে আৰু সুখ্যাতিৰে প্ৰায় ডেৰকুৰি বছৰ শিক্ষকতা কৰি অৱসৰ গ্ৰহণ কৰে।

ডলী তালুকদাৰৰ সাহিত্যিক জীৱনৰ উৎস প্ৰথমছোৱাত আছিল পিতৃ থানেশ্বৰ হাজৰিকা। ন দহ বছৰ বয়সতে পিতাকে "Thousand Wonderful stories of the world নামৰ বিখ্যাত গ্ৰন্থখনিৰ বাৰটা খণ্ড কিনি আনি তেওঁক উপহাৰ দিছিল আৰু মাজে সময়ে গল্পবোৰ অসমীয়াত তৰ্জমা কৰি ডলী আৰু লিলিক শুনাইছিল। দ্বিতীয় প্ৰেৰণাৰ উৎস আছিল। ড° মহেশ্বৰ নেওগ। তৃতীয় ব্যক্তিজন আছিল ড° সূৰ্য্যকুমাৰ ভূঞা, যিজনে তেওঁক নিজৰ কন্যাৰ দৰে মৰম কৰিছিল আৰু সাহিত্য সৃষ্টিত অনুপ্ৰেৰণা যোগাইছিল। কোৱা বাহুল্য যে তেওঁৰ চতুৰ্থ অনুপ্ৰেৰণাৰ উৎস আছিল স্বামী ফণী তালুকদাৰ। এক কথাত দুয়ো দুয়োৰে পৰিপূৰক আছিল। দুয়োজনেই Perfectionists আছিল। আন এগৰাকী ব্যক্তি 'ভলভলীয়া' ছদ্মনামেৰে অসমৰ সাহিত্য সাংবাদিক জগতত জনপ্ৰিয়, সেই সময়ৰ 'সাপ্তাহিক অসমীয়া'ৰ অকণিৰ চ'ৰাৰ পৰিচালক ৺যোগেন্দ্ৰ নাথ বৰকাকতি। পিতৃৰ বিয়োগৰ পিচত (১৯৪৩) ডলী তালুকদাৰৰ সাহিত্য চৰ্চাৰ প্ৰেৰণা কিছু পৰিমাণে ম্লান হোৱাৰ উপক্ৰম হৈছিল যদিও স্বামীগৃহলৈ অহাৰ পিচত পুনৰ জিপাল হৈ উঠে। ডলী তালুকদাৰে অসমীয়া সাহিত্যৰ বিভিন্ন দিশত বৰঙণি আগবঢ়াইছে যদিও চুটি গল্পৰ লেখিকা আৰু অনুবাদ সাহিত্যিক হিচাপেহে তেওঁ প্ৰসিদ্ধি লাভ কৰিছিল। চেগা-চোৰোকাকৈ কিছুমান শিশুৰ উপযোগী কবিতাও ৰচনা কৰিছিল। তেওঁৰ প্ৰকাশিত গল্পৰ পুথি দুখন হ'ল----মধুলেখা, মন, মাটি আৰু মেঘ।

ডলী তালুকদাৰ এগৰাকী কৃতী শিক্ষয়িত্ৰী আছিল আৰু ১৯৮৯ চনত ভাৰত চৰকাৰৰ ঘোষিত ৰাষ্ট্ৰীয় পুৰস্কাৰ ১৯৯০ চনৰ ৫ ছেপ্তেম্বৰ তাৰিখে পবিত্ৰ শিক্ষক দিৱসত নতুন দিল্লীত গ্ৰহণ কৰিছিল। তেওঁ বহুতো শিক্ষা আৰু সংস্কৃতিমূলক অনুষ্ঠানৰ লগত জড়িত আছিল। বি, বৰুৱা কলেজৰ পৰিচালনা সমিতিৰ আৰু অসম পাঠ্যপুথি নিৰ্বাচন কমিটিৰ তেওঁ সদস্যা আছিল।

ডলী তালুকদাৰৰ পৰলোক প্ৰাপ্তিৰ সংবাদ পায়েই অসংখ্য সাহিত্যিক, সাহিত্য-প্ৰেমী, সাংবাদিক, শিক্ষক-শিক্ষয়িত্ৰী আৰু গুণমুগ্ধই শেষ শ্ৰদ্ধাঞ্জলি জনাবলৈ তালুকদাৰৰ বাসভৱন ঠাহ খাই পৰিছিল আৰু শোকত ম্ৰিয়মান হৈ থকা স্বামীক পত্নীৰ গুণানুকীৰ্তন কৰি সমবেদনা জনাইছিল। তাৰে কেইগৰাকীমানৰ মন্তব্য আছিল এনে ধৰণৰ---

সাহিত্য অকাডেমীৰ প্ৰাক্তন সভাপতি ডক্টৰ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই কৈছিল—"অতি ৰুচিমতী মহিলা। উল্লেখযোগ্য যে কলেজীয়া ছাত্ৰী অৱস্থাত Young Socialist Leagueৰ সৈতে জড়িত ৺হৰেশ্বৰ গোস্বামী, শ্ৰীবিপিন পাল দাস আদিৰ সান্নিধ্যলৈ ডলী তালুকদাৰ আৰু তেওঁৰ বান্ধৱী অনু ৰায়চৌধুৰী আহিছিল।" প্ৰাক্তন সংসদ সদস্য তথা সন্দিকৈ কলেজৰ ভূতপূৰ্ব অধ্যাপক শ্ৰীঅজিৎ শৰ্মাই কয় —"ডলীহঁতৰ দলৰ কেইজনীমান ছাত্ৰী allrounder আছিল। ডলীও তাৰে এগৰাকী; নাচ-গান, গীত, থিয়েটাৰ, ইউনিয়ন, পূজা-পাৰ্বণ, ৰাজনৈতিক চিন্তাধাৰা সকলোতে।" অধ্যাপক বিনয় কুমাৰ চৌধুৰীয়ে কয়---"ডলী সংবেদনশীল, উৎসাহী আৰু মৰমীয়াল ছাত্ৰী আছিল। মুঠতে এনে কোনো ব্যক্তি নাই যিয়ে ডলীৰ সান্নিধ্য সুখ পাহৰিব পাৰে।"

ডলী তালুকদাৰ নিষ্ঠাৱতী শিক্ষয়িত্ৰী আছিল, আৰু যেহেতু নিজৰ কোনো সতি-সন্ততি নাছিল, স্কুলৰ ছাত্ৰীসকলক অপত্য স্নেহেৰে আপ্লুত কৰি ৰাখিছিল। বিদ্যালয়খনক আৰু সহকৰ্মীসকলক নিজৰ প্ৰাণসম ভাল পাইছিল। ডলী তালুকদাৰে আনৰ কটু সমালোচনা কেতিয়াও নকৰিছিল আৰু আনে কাৰোবাৰ কটু সমালোচনা কৰিলে সহ্য কৰিব নোৱাৰিছিল।

কলেজীয়া ছাত্ৰী অৱস্থাত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ এগৰাকী কৃতী শিল্পীৰূপে স্বীকৃতি লাভ কৰিছিল আৰু তাতেই ভৱিষ্যতৰ স্বামী শ্ৰীফণী তালুকদাৰৰ সৈতে তেওঁৰ সহৃদয় ভাৱ গঢ়ি উঠিছিল আৰু শেষলৈ বৈবাহিক সূত্ৰেৰে বান্ধ খাই এটি সুখী দাম্পত্য জীৱন-যাপন কৰিছিল। বিবাহৰ পাচত অনাতাঁৰ কেন্দ্ৰত স্বামী-স্ত্ৰী একেলগে কৰ্মচাৰী হ'ব নোৱাৰা বিধি মানি ডলী তালুকদাৰে অনাতাঁৰ কেন্দ্ৰৰ পৰা নিয়মিত কৰ্মী হিচাপে বাদ পৰিছিল যদিও মাজে সময়ে অবৈতনিক শিল্পী হিচাপে অনুষ্ঠান পৰিবেশন কৰি আছিল।

ডলী তলুকদাৰৰ আন কিছুমান উল্লেখনীয় গুণৰ ভিতৰত---তেওঁ আছিল প্ৰচাৰবিমুখ, বিষয় বাসনাহীনা, তোষামোদ প্ৰলোভনমুক্ত। তেওঁ নিজৰ লেখা প্ৰকাশ কৰিবলৈ কাৰো ওচৰ নেচাপিছিল। আনফালে সাধাৰণ আলোচনী এখনৰ কাৰণেও কোনোবা তেওঁৰ ওচৰলৈ আহিলে কেতিয়াও বিমুখ নকৰিছিল। অনুৰোধ ৰক্ষা কৰি বিভিন্ন আলোচনীলৈ তেওঁৰ লেখা দিছিল। শেহতীয়াকৈ শ্ৰীমতী তুলতুল বৰুৱা সম্পাদিত ৰচনা সংগ্ৰহত তেওঁৰ দুখন ৰচনা প্ৰকাশ পাইছিল। তেওঁৰ গদ্যৰীতিৰ সম্পৰ্কত অধ্যাপক ভবেন বৰুৱাই মন্তব্য দিছিল —"তেওঁৰ গদ্যৰীতিৰ এটা আকৰ্ষণ আৰু বৈশিষ্ট্য আছিল।"



ডলী তালুকদাৰৰ দেশ ভ্ৰমণৰ প্ৰতি এটি বিশেষ ধাউতি আছিল। অসম মহিলা সমিতিৰ এগৰাকী প্ৰতিনিধি হিচাপে Norwayৰ Oslo ত বহা বিশ্ব গ্ৰামীন মহিলা সন্মিলনলৈ যাওঁতে ইউৰোপৰ বহু দেশ আৰু আফ্ৰিকাৰ ইজিপ্ত আদি ঠাই ভ্ৰমণ কৰিছিল। ভাৰতবৰ্ষৰো বহুতো ঠাই কোনো অনুষ্ঠানক প্ৰতিনিধিত্ব কৰি নাইবা ব্যক্তিগতভাৱে ভ্ৰমণ কৰি অভিজ্ঞতাবোৰ গোটাই আনি বিদ্যালয়ৰ ছাত্ৰীসকলৰ মাজত বিলাই দিছিল।

ডলী বাইদেউ আজি যিদৰে আমাৰ মাজত নাই, তেওঁৰ নিসঙ্গ স্বামী শ্ৰীতালুকদাৰক সমবেদনা জনাবলৈ আমাৰ ভাষাও তেনেদৰে নাই। কিন্তু তেওঁ এৰি থৈ যোৱা কৰ্মৰাজি আৰু মহৎ গুণাৱলী আমাৰ পাথেয় হওঁক। এয়ে আমাৰ কামনা। □

## জিজ্ঞাসা

ডলী তালুকদাৰ

ৰোগ শোক বেদনাৰ
শৰশয্যা পাতি
তুমি মোক থৈছা শুৱাই
জানো তাৰ প্ৰত্যাহ্বানে নোচোৱে তোমাক
তাৰ বাবে কোনো খেদ্ নাই।
কিন্তু হে অৰ্জুনৰূপী পৃথিৱী---
মোক এটা উত্তৰ লাগে
মোৰ জীৱনৰ উত্তৰায়ণ
আৰু কতকাল,—কতকাল আৰু
থাকিম ধিয়াই? □

# একাঁজলি তৰ্পণ

কীৰ্তিনাথ হাজৰিকা
প্ৰাক্তন সভাপতি
অসম সাহিত্য সভা।

সৌ সিদিনাৰ কথা----ভৰি ভাগি বিচনাত পৰি থকা ডলী তালুকদাৰৰ খবৰ লবলৈ গৈছিলো। তেতিয়াও মুখত হাঁহি, বিচনাত পৰি থাকিব লগীয়া অৱস্থাটোকে যেন কৌতুক কৰি বৰ্ণনা দিলে। হাঁহিৰে বিপদ খেদিব খোজা, হাঁহি হাঁহি জীয়াই থকাৰ সংকল্প লোৱা এই গৰাকী নাৰীয়েই কিন্তু ঘৰৰ সকলোৰে অনুপস্থিতিত কাকো একো আমনি নিদিয়াকৈ মনে মনে এইখন সংসাৰৰ পৰা গুচি গ'ল। হাঁহি হাঁহি সকলোৰে অন্তৰ জিনিযোৱা এই গৰাকী নাৰীয়ে এইবাৰ বিদায় বেলাৰ বেদনা সকলোৰে বুকুৱে বুকুৱে সিঁচি গ'ল।

আজি এই গৰাকী নাৰীৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাই দুৱাষাৰ লিখিবলৈ মোক ভাৰ দিয়াত স্মৃতিৰ টুকুৰা বুটলি তাৰেই তৰ্পণ জনাব খুজিছো।

সময়ৰ পিতনি খুচৰি চন, তাৰিখ বিচাৰি উলিয়াবলৈ এতিয়া টান হ'ব। হয়তো প্ৰায় চাৰে চাৰি দশকৰ আগতে ডলী তালুকদাৰক (তেতিয়া হাজৰিকা) প্ৰথমে দেখা পাইছিলো। কেজুৱেল আৰ্টিষ্ট হিচাপে মই সেই সময়ত আকাশ বাণী গুৱাহাটী কেন্দ্ৰৰ গাঁৱলীয়া ৰাইজ আৰু অকণিৰ মেলত কাম কৰিছিলো। তেতিয়াই আকাশবাণীত ডলী তালুকদাৰক লগ পাইছিলো। মুখত সদায় লাগি থকা হাঁহিৰে---অমায়িক আৰু চলন-ফুৰণ, কথা-বতৰা সকলোতে ব্যক্তিত্বৰ পৰিচয় দিয়া----এই গৰাকী ছোৱালী "কেতেকীৰে তিল, নাহৰৰে ঘিলা, সাজিছো বিহুৰে পিঠা, তগৰৰে চিৰা, চেনেহৰে দৈ, কুউ কুউ মাতেৰে মিঠা" - - - এই মিঠা কবিতাটিৰ স্ৰষ্টা স্বৰ্গীয় থানেশ্বৰ হাজৰিকাৰ জীয়ৰী বুলি গম পাই তেওঁলৈ এটা সুকীয়া সন্মানৰ চকুৰে চাইছিলো।

ডলী তালকদাৰ (হাজৰিকা) সেই সময়ত আকাশবাণীৰ নাটকৰ অভিনয়ত প্ৰখ্যাত হৈ উঠিছিল। কেতবোৰ নাটকৰ অপূৰ্ব অভিনয়ৰ কথা আজিও মনত পৰে। তেওঁ গীতো গাইছিল, বিভিন্ন অনুষ্ঠানত আৰু আকাশ-বাণীতো গীত গাইছিল।



এইখিনিতে এটা কথা মনত পৰে---সেই সময়ত সমাজৰ গাৰ পৰা ৰক্ষণশীলতাৰ মামৰ গুচা নাছিল। আকাশবাণীত ছোৱালীয়ে অভিনয় কৰিলে বা গীত গালে বেঁকা চকুৰে চোৱা মানুহৰ অভাৱ নাছিল। কিন্তু ডলী তালুকদাৰৰ (হাজৰিকা) মুখৰ হাঁহিত এইবোৰ কথাই হাকুটি লগাব পৰা নাছিল। নিজৰ ব্যক্তিত্বৰ জোৰত হেঙাৰ সৰকি তেওঁ আগুৱাই গৈছিল।

এইখিনিতে ব্যক্তিগত কথা এটাও মনত পৰে। আকাশ বাণী গুৱা-হাটীত মই কাম কৰাতে কেতিয়াবা নাটিকা আদিতো ভাগ লব লগা হৈছিল। গাঁৱৰ পটভূমিত লিখা তেনে এখন নাটিকাত ডলী তালুকদাৰৰ লগত বিহুনাম গোৱাৰ কথাও মনত আছে। মোৰ বিয়াৰ পিচতহে গম পালো, সেই বিহুনাম গোৱা ছোৱালীজনী মোৰ গৃহিণীৰ ভাগিনীয়েক। সেই সূত্ৰে মই 'মহাদেউ' হোৱাৰ পিচত তেওঁৰ বিভিন্ন গুণৰ আৰু বহুতো পৰি-চয় পালো। লিখিকা হিচাপেও তেওঁৰ পৰিচয় অসমৰ ৰাইজৰ লগতে ময়ো পালো। মানুহৰ মন খুচৰি লিখা তেওঁৰ গল্পবোৰে পঢ়ুৱৈৰো মন চুই যায়। আনকি তেওঁৰ মৃত্যুৰ পিচদিনা আকাশবাণী গুৱাহাটীয়ে প্ৰচাৰ কৰা তেওঁৰ শেষ গল্পৰ যোগেদি পৃথিৱীৰ সিপাৰৰ পৰাও তেওঁ মানুহৰ মনত স্মৃতিৰ খোচোৰা গাঁঠি লগাই গ'ল।

সহকৰ্মী শ্ৰীফণী তালুকদাৰৰ পৰিবাৰ হিচাপে তেওঁৰ সংসাৰখনত তেওঁ লোৱা ভূমিকাৰ ঘনিষ্ঠ পৰিচয় পোৱাৰ সুযোগো পাইছিলো।

তাৰিণী চৌধুৰী ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষয়িত্ৰী হিচাপে তেওঁ দেখুৱা কৃতিত্বৰ পৰিচয়ো আন বহুতৰ লগতে ময়ো পাইছিলো।

এইদৰে ডলী তালুকদাৰৰ বিভিন্ন গুণৰ সমাহাৰে গঢ়ি তোলা সামগ্ৰিক ৰূপটো মনত সদায় জিলিকি থাকিব। মুখৰ হাঁহি, মনৰ নিৰ্মল সৰলতা, সংবেদনশীলতা সকলো কামতে আগৰণুৱা, কথাৰে মন মুহিব পৰা----এই সকলোবোৰ গুণে অজাতশত্ৰু কৰি তোলা ডলী তালুকদাৰৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ এইখিনি কথাৰে নিবেদন কৰিলো। □

# নিঃশব্দে গুচি গ'ল তেওঁ

**প্ৰীতি বৰুৱা**
প্ৰাক্তন অধ্যক্ষা,
সন্দিকৈ মহাবিদ্যালয়

আমাৰ বন্ধু—সকলোৰে বন্ধু নিপুণ কথকী ছোৱালীজনী নিঃশব্দে গুচি গ'ল। বয়সেৰে ডলীয়ে তিনি কুৰিৰ দুৱাৰদলি গৰকিছিল, কিন্তু মনৰ বয়স আছিল সদ্য-কৈশোৰ-উত্তীৰ্ণা এজনী ছোৱালীৰ। চিৰ সজীৱ, কৌতূহলী আৰু দুবাহু মেলি সকলোকে আঁকোৱালি লোৱাৰ বাসনাৰে উন্মুখ। ডলী আছিল এনে এক বিৰল ব্যক্তিত্বৰ, এনে এক অনুপম হৃদয়ৰ অধিকাৰিণী যে এবাৰ সান্নিধ্যলৈ অহা কোনোৱেই তেওঁক পাহৰিব নোৱাৰে। তেওঁ আছিল বহুবল্কী। কিন্তু সেই বহুবল্কিতাত আছিল গল্প-কথনৰ এক অপূৰ্ব সৌকুমাৰ্য। শ্ৰোতাৰ মন ভৰি যায়। দেখি অহা বা শুনা কোনো কথা নাইবা ক'ৰবাত পঢ়া কথাখিনি যেতিয়া আমাৰ আগত বৰ্ণনা কৰে, সেয়া ইমান চিত্ৰময় আৰু সৰস হয় যে দৃশ্যপট চকুৰ আগত ভাঁহি উঠে। গুচি যোৱাৰ কেইদিনমানৰ আগতে টেলিফোনত কথা পাতিছিলো। তেওঁ দিল্লীত হৈ যোৱা বন্ধু-কন্যাৰ নিভাঁজ অসমীয়া বিয়াখনৰ পুংখানুপুংখ বিৱৰণ দিছিল। গোটেই বিয়াখন লক্ষীমপুৰীয়া গায়ন-বায়নৰ ঢোলে-ডগৰে, আলহী-দুলহীৰ উদুলি-মুদুলিৰে ছবিৰ দৰে মোৰ দৃষ্টিপটত অঙ্কিত হৈছিল। এনে সহজাত বৰ্ণনাভংগী আৰু গভীৰ মানবীয় দৃষ্টিৰেই ডলীয়ে তেওঁৰ চৌপাশৰ মানুহৰ কথা গল্পৰ মাধ্যমেৰে সফলতাৰে ফুটাই তুলিছিল। সমাজৰ বিভিন্ন স্তৰৰ মানুহৰ লগত তেওঁৰ সংযোগ আছিল নানাভাৱে। সেয়ে, বিভিন্ন ধৰণৰ মানুহৰ জীৱন-কথা বাস্তবানুগভাৱে গল্পত ৰূপায়িত কৰিব পাৰিছিল। বৰ্তমানৰ সমাজখনৰ অন্তঃসাৰশূন্যতা আৰু কপটতাই তেওঁক পীড়া দিছিল। বহুতো গল্পত তেওঁ সমাজৰ এই দিশটো প্ৰকট কৰি তুলিছিল। বিশেষকৈ শেহতীয়া গল্পবোৰত। তিনি বছৰমানৰ আগতে যোৰহাটত 'অসম লেখিকা সন্থা'ই স্নেহদেৱীৰ গল্পৰ বিষয়ে এখন আলোচনা সভা পাতিছিল। ডলী আছিল এগৰাকী প্ৰধান আলোচক। তেওঁ এনে অপূৰ্ব কথন-ভঙ্গীৰে স্নেহদেৱীৰ কেইটিমান বিশেষ গল্পৰ উপস্থাপন আৰু বিশ্লেষণ কৰিছিল যে সেই সভাৰ শ্ৰোতামণ্ডলীয়ে নিশ্চয় এতিয়াও পাহৰা নাই। গল্প-কথনৰ যি বিশেষ কলা-কৌশল—ডলীয়ে সেয়া অনায়াসে আয়ত্ব কৰিছিল। গুৱাহাটীত তেওঁক লৈ তেনে এখন সভা পতাৰ ইচ্ছা মোৰ মনতে মাৰ গ'ল।

ডলী আছিল অভিনৰ বিহুৱান ৰঁচা কবি ৺থানেশ্বৰ হাজৰিকাৰ জ্যেষ্ঠা কন্যা। ৺মহেন্দ্ৰলাল বৰুৱাৰ বৰ নাতিনী আৰু স্বনামধন্য লেখক-সাংবাদিক শ্ৰীফণী তালুকদাৰৰ পত্নী। এটা অভিজাত, সংস্কৃতিবান পৰিয়ালৰ ঐতিহ্যৰে মন গঢ়ি লৈছিল তেওঁৰ।

'৫০ৰ দশকত ডলী হাজৰিকা আছিল আকাশবাণী গুৱাহাটীৰ নিয়মীয়া গায়িকা আৰু অভিনেত্ৰী। 'কাৰেঙৰ লিগিৰী' নাটকৰ অনাতাঁৰ অভিযোজনাত 'শেৱালি লিগিৰী'ৰ চৰিত্ৰটো নিপুণ অভিনয়েৰে জীৱন্ত কৰি তুলিছিল। সেই অভিনয়ৰ স্মৃতি সেই সময়ৰ শ্ৰোতাৰ মনত এতিয়াও সজীৱ হৈ থাকিব পায়। ডলীৰ দৰদী মনটো অভিনয়ৰ উপযোগী আছিল।

ডলীৰ 'দৰদ'ৰ সীমা নাছিল। অতি সাধাৰণ মানুহ, বনকৰা তিৰোতা, কাপোৰ-বেচোঁতা বাই, অনাথ শিশু, নানা ধৰনৰ দুখ-যাতনা-সমস্যাত ক্লিষ্ট সহকৰ্মী-বন্ধুজন, শিল্পী-সাহিত্যিক সকলোৰে প্ৰতি তেওঁৰ মৰম-স্নেহ আৰু কৰ্তব্যৰ অনুভৱ আছিল। সুদূৰত থকা প্ৰতিভাধৰ, অভিমানী শিল্পীক সকলোৱে পাহৰি গ'লেও ডলীয়ে পাহৰা নাছিল। সন্তানহীনা হৈও ডলী আছিল বহু সন্তানৰ মাতৃ। তেওঁৰ মাতৃ-হৃদয়ৰ দুৱাৰ অবাৰিত আছিল সকলো শিশুৰ বাবেই। সেয়ে তেওঁৰ চোতালত শিশুৰ কলকাকলি সকলো সময়তে। সিহঁতৰ বাবে যতনাই থোৱা আছিল খাদ্য-সম্ভাৰ।

প্ৰায় ডেৰকুৰি বছৰ তাৰিণী চৌধুৰী বালিকা বিদ্যালয়ত ডলীয়ে শিক্ষকতা কৰিলে। শিক্ষকতাতো তেওঁৰ নিপুণতা আছিল অনন্য। ৰাষ্ট্ৰই তেওঁক উপযুক্তভাৱেই সন্মানিত কৰিছে। ছাত্ৰীসকলৰ হৃদয়-আসনত প্ৰিয় 'বাইদেউ'ৰ আসন চিৰ অম্লান হৈ থাকিব

যিসকলক ডলীয়ে বন্ধু বুলি আঁকোৱালি লৈছিল, কোনো পৰিস্থিতিয়েই সেই বন্ধুত্বৰ বন্ধন শিথিল কৰিব নোৱাৰিলে। মৃত্যুৱেহে অমোঘ হাতেৰে বিচ্ছেদৰ আঁৰ-কাপোৰ তৰি দিলেহি, অকস্মাতে। এনে অবিচল বন্ধুত্ব যে কেনে আপুৰুগীয়া, মৃত্যুৱে যেন সেই কথাও এবাৰ সোঁৱৰাই দি গ'ল। কোনে পাহৰিব তেওঁৰ সেই অমলিন হাঁহি, কোমল মাতষাৰি, উচ্চ প্ৰাণৰ পৰশ!

"ভুলে থাকা নয় সেতো ভোলা
বস্মৃতির মর্মে বসি'
ৰক্তে মোৰ দিয়াছ যে দোলা।" আমাৰ তেজত আমাৰ প্ৰিয় বন্ধুৰ স্মৃতিয়ে দোলনি দি থাকিব—আমৃত্যু ।

আমি পাহৰিব নোৱাৰিম আমাৰ প্ৰিয় বন্ধুৰ আছিল এখনি সোণৰ হৃদয়। সেই হৃদয়ৰ গভীৰেৰে বৈ আছিল স্নেহৰ এক অবিৰল ধাৰ। সান্নিধ্যলৈ অহা সকলোকে পৰশ আত্মীয়তাৰে বুৰাই পেলাইছিল সেই স্নেহ-ধাৰাই ।

আজি হঠাতে সেই ধাৰা স্তব্ধ হৈ গ'ল। ডলীৰ সকলো কথা শেষ হৈ গৈছিল নেকি ? শেষ হৈ গৈছিল নেকি মানুহৰ মৰ্মবাণীক তুলিকাৰে ৰূপময় কৰাৰ ইচ্ছা ? উত্তৰহীন এনে প্ৰশ্নবোৰে আমাৰ মনক ভাৰাক্ৰান্ত কৰি থাকিব। ইমান নিঃশব্দে কিয় গুচি গ'ল ? থান্ বান্ কৰি থৈ গ'ল সকলোৰে বুকু। নিঃসীম শূন্যতাৰে ৰিক্ত কৰি গ'ল তেওঁৰ পৰম প্ৰিয়জনৰ জীৱন। দুকুৰি বছৰবো অধিককাল যিজনে আলফুলে জীয়াই ৰাখিছিল তেওঁৰ স্পৰ্শকাতৰ মনটোক, লেহুকা শৰীৰটোক, উদগণিৰ পৰশ-কাঠিৰে উজ্জীৱিত কৰিছিল সৃষ্টি কৰ্মৰ প্ৰচেষ্টাক, আজি আমি কি ভাষাৰে তেখেতক সান্ত্বনা যাচিম ? আমি মাথোঁ ইয়াকে ক'ব পাৰোঁ, —"আপোনাৰ প্ৰিয়তমা আমাৰ সকলোৰে প্ৰিয় আছিল। আমি প্ৰাণ ভৰি ভাল পাইছিলো তেওঁক। আজি আমাৰ সকলোৰে প্ৰেমে তেওঁৰ সেই অমল আত্মাক স্পৰ্শ কৰক----আমাৰ বিয়াকুল মনৰ এই প্ৰাৰ্থনা অন্তৰ্যামীয়ে নুশুনিবনে ? □



# ডলীলৈ

পুৰুষোত্তম দাস

পৰিয়ালৰ আটাই কেইজন ল'ৰা-ছোৱালীয়ে মোক মামা বুলি মাতে। মাত্ৰ আটাইতকৈ ডাঙৰজনীহে দাদা বুলি মাতে। পৰিয়ালৰ মূল ঘৰটোলৈ আমি কেবাজনো ডেকা ল'ৰা যাওঁ। তাৰে ভিতৰত মহেশ্বৰ নেওগো এজন। তেওঁ তেতিয়াও ডক্টৰ উপাধিধাৰী হোৱা নাছিল, হয়তো প্ৰস্তুতি চলাইছিল। টুটু সৰু ল'ৰা, প্ৰায় ছবছৰমান বয়স। মোক এদিন হঠাতে ৰেডিঅ' ষ্টেচনত মামা বুলি সম্বোধন কৰিলে, কি কাৰণে মই নাজানো। সি সদায় মোক সিহঁতৰ ঘৰলৈ নিব খোজা বাবে এদিন যাবলৈ বাধ্য হ'লো। সি মোক কৈছিল, সিহঁতৰ ঘৰলৈ হেনো আমাৰ দৰে বহুত মানুহ যায়। এদিন গৈ দেখিলো কথাটো সঁচা। কাৰণ মানুহঘৰ বৰ মৰমীয়াল। মানুহ ঘৰৰ মূৰব্বী মহেন্দ্ৰলাল বৰুৱাই চাকৰিৰ পৰা অৱসৰ লৈ জীৱন-যাপন কৰিছে। তেওঁলোকৰ বৰজনী নাতিনী বিবাহযোগ্যা। তেতিয়া মোৰ হাতেৰে ঢুকি পোৱাত আছিল ফণী তালুকদাৰ। মই তেওঁলোকৰ আগত ফণী তালুকদাৰৰ নাম প্ৰকাশ কৰিলো আৰু তালুকদাৰ সম্পৰ্কে গোটেইখিনি কথা যি ক'ব লাগে ক'লোঁ। তেওঁলোকে মোৰ প্ৰস্তাৱটো শুনি বৰ ভাল পালে। তেনেকৈ এদিন তালুকদাৰৰ সৈতে ডলীৰ বিয়া হৈ গ'ল। সেই-দিনৰ পৰা সিহঁত দুয়ো দুয়োৰে সঙ্গী হৈ পৰিল।

মোক সদায় ডলীয়ে 'দাস দা' বুলিহে মাতিছিল। আজি অত বছৰে তেওঁলোকৰ লগত গঢ়ি উঠিছিল এক আত্মীয়তা। মোৰ ভাগিনী ছোৱালী বীণামাই ফোনেৰে হাকুটিয়াই মোক খবৰ দিছিল যে ডলী আৰু ইহ জগতত নাই। এই খবৰটো শুনি মই মৰ্মান্তিক আঘাত পালো। তেতিয়াই মোৰ মন বন্ধুবৰ তালুকদাৰৰ ওচৰলৈ যাবলৈ খুব ইচ্ছা গ'ল, কিন্তু অসুস্থতাবশতঃ সেইদিনা যাব নোৱাৰিলো। দহাৰ আগদিনা কোনোমতে গ'লো। দেখো ঘৰখনত উদুলি-মুদুলি, মানুহৰ সমাগম, যেন বিয়াঘৰহে। ওচৰ চুবুৰীয়া মানুহে ক'লে –দাস ! সাধাৰণভাৱে ভাবি চাব গ'লে ডলী 'House hold wife হে আছিল। কিন্তু ডলীৰ মূধাফুটা শিক্ষাৰ অৰ্হতা আৰু

সহজতে সকলোকে মৰমেৰে আকৰ্ষণ কৰিব পৰা সাংঘাতিক গুণটোৱে তালুকদাৰৰ দৰে মানুহ এজনক এৰি যোৱাতো, সঁচাকৈয়ে তালুকদাৰেও অস্থিৰ নোহোৱাকৈ থকা নাই।

অসম একাডেমীয়ে মোক সম্বৰ্দ্ধনা জনোৱাৰ দিনা যি গৰাকী মানুহে নিজৰ যুক্তি-তৰ্কেৰে সকলোকে মোৰ প্ৰতি সহানুভূতিশীল কৰি তুলিছিল, সেই গৰাকী মহিলা যে হঠাৎ আমাৰ মাজৰ পৰা গুচি যাব মই ভবাই নাছিলো। মই চিন্তা কৰিছো তালুকদাৰৰ কাৰণেহে। স্থিৰ আৰু অস্থিৰৰ এৰাএৰি হ'ল। তালুকদাৰ বৰ চেন্টিমেন্টাল, মোৰ বিষয়ে বাইজৰ আগত ভাষণ দিওঁতেই কেতিয়াবা হুকহুকাই কান্দি পেলায়। কিন্তু ডলীৰ সেই-ফেৰা গুণ নাছিল। আছিল দুৰ্বলতা। দুৰ্বলতাৰ নামটো আছিল ভয়াতুৰতা। যেনে—'ব্ৰীজ অন দি ৰিভাৰ কোৱাই' নামৰ ফিল্মখন চাওঁতে বিজেতাসকলে বিজিতসকলৰ দ্বাৰা কাম কৰাই খাবলৈ নিদি মৃত্যুৰ মুখলৈ ঠেলি দিয়া (জীৱিত-মৃত) অৱস্থাটো চাই ডলীয়ে সহ্য কৰিব নোৱাৰি তালুকদাৰক কৈ উঠিল টি, ভি টো বন্ধ কৰা।

সময় আহে, সময় যায়, মুহূৰ্ত কিছুমানে সৃষ্টি কৰে মিনিট, মিনিট কিছুমানে সৃষ্টি কৰে ঘন্টা, ঘন্টা কিছুমানে সৃষ্টি কৰে দিন-মাহ, মাহ কিছুমানে সৃষ্টি কৰে বছৰ। আৰু সেই অগণন বছৰেই সৃষ্টি কৰে মানুহৰ জীৱনৰ এটি দিশ। তালুকদাৰৰ অজস্ৰ দিশৰ ভিতৰত যেতিয়া টি, ভি, স্কুলটো দেখিব, তেতিয়া তেওঁৰ কেনে লাগিব কোৱা টান। ডলী! তোমাৰ আত্মাই চিৰশান্তি লভক আৰু জীৱন্ত কালত তুমি তালুকদাৰক যি সাহস আৰু শক্তি যোগাইছিলা, আজি অকলশৰীয়া তালকদাৰক সেই শক্তি যোগাই থাকা। □



# সহকৰ্মীৰ দৃষ্টিত ডলী তালুকদাৰ

হিৰণ্ময়ী দেৱী

মৃত্যু জীৱনৰ এক নিৰ্মম সত্য। এই সত্য অসহনীয়ভাৱে নিৰ্মম হয়, যেতিয়া মৰমৰ কোনোবা এজন অকালতে বা আচম্বিতে আমাৰ মাজৰ পৰা আঁতৰি যায়। যোৱা সাতাইশ নৱেম্বৰ তাৰিখে ডলী তালুকদাৰৰ আকস্মিক মৃত্যুয়ে আমাক তেনে দুঃসহ দুখ দি গ'ল। বিশিষ্ট গল্পকাৰ, কৃতী শিক্ষয়িত্ৰী ডলী বাইদেউৰ মৃত্যু শিক্ষা-সাহিত্য জগতৰো এক বিশেষ ক্ষতি। সুদীৰ্ঘ ছয়ত্ৰিশ বছৰৰো ওপৰকাল আমি গুৱাহাটীৰ তাৰিণী চৌধুৰী স্কুলত একেলগে শিক্ষকতা কৰি চাৰিমাহৰ অগা-পিছাকৈ অৱসৰ লৈছিলো। এই সুদীৰ্ঘ কালছোৱা ডলী বাইদেউক, আমাৰ সকলো সুখ-দুখৰ সমভাগী নিচেই আপোনজন হিচাপে পাইছিলো। অকল আমাৰেই নহয়, স্কুলৰ প্ৰতিজন সহকৰ্মীৰে সাংসাৰিক সমস্যাৰ তেওঁ বুজ লৈছিল, টানে-বিপদে সহায় আৰু দিহা পৰামৰ্শ আগ বঢ়াইছিল। আনৰ দুখত এনেকৈ দুখী হোৱা, আনৰ সমস্যাক নিজৰ জ্ঞান কৰি এনেকৈ কাতৰ হোৱা মানুহ আজিৰ ব্যক্তিকেন্দ্ৰিক পৃথিৱীত বাস্তৱিকতে দুৰ্লভ। ঘৰৰ বন কৰা ল'ৰা-ছোৱালী, কাপোৰ বেচা বাই, পাচলি-বেপাৰীকে আদি কৰি অৰ্থ-নৈতিকভাৱে দুৰ্বল লোকৰ প্ৰতি তেওঁৰ করুণা আছিল অসীম, তেওঁ লোকৰ সমস্যাবোৰৰ বুজ লৈ টানে-বিপদে আথিকভাৱে সহায় কৰিছিল। অকল সেয়েই নহয়, এই সকলৰ আশা-আকাংক্ষা, হাঁহি-অশ্ৰু, জীৱন-সংগ্ৰাম আছিল তেওঁৰ অধিকাংশ গল্পৰে কথাবস্তু। মৰমে ওপচা এখন কোমল হৃদয়, এটি সুন্দৰ সংস্কৃত মনৰ অধিকাৰী ডলী তালুকদাৰৰ শান্ত স্বভাৱ ৰঙিয়াল মন, বিনম্ৰ আচৰণে প্ৰথম দৃষ্টিতে মানুহক মুগ্ধ কৰিছিল। কথা কওঁতে বক্তব্য-বিষয় তেওঁ এনে সুন্দৰ আৰু সজীৱভাৱে দাঙি ধৰে যে শুনোতা জনক যেন তেওঁ চাক্ষুষ অভিজ্ঞতাৰে সোৱাদ দিয়ে।

শিক্ষয়িত্ৰী হিচাপে ডলী তালুকদাৰৰ সাফল্য আৰু জনপ্ৰিয়তাৰ কথা তেওঁৰ ন-পুৰণি ছাত্ৰীসকলৰ মুখে মুখে। ১৯৫৬ চনত সহকাৰী শিক্ষয়িত্ৰী ৰূপে কামত সোমোৱা বাইদেৱে কাৰ্য্যকালৰ মাজতে, ১৯৬২ চনত এম, এ পঢ়িবলৈ যায় আৰু পৰীক্ষাত কৃতিত্বেৰে উত্তীৰ্ণ হৈ উক্ত স্কুলতে অসমীয়াৰ বিষয়-শিক্ষয়িত্ৰীৰূপে যোৱা এপ্ৰিল মাহলৈকে সেৱা আগবঢ়ায়। শিক্ষকতাৰ

জন্মগত প্ৰতিভাৰে, শিক্ষনীয় বিষয়ৰ গভীৰ জ্ঞানেৰে, সৰ্বোপৰি মাতৃ-সুলভ মৰম আৰু সহানুভূতিৰে প্ৰতিগৰাকী ছাত্ৰীৰে আস্থা আৰু শ্ৰদ্ধা-ভালপোৱা লাভ কৰিবলৈ তেওঁ সক্ষম হৈছিল। সফল শিক্ষকতাৰ স্বীকৃতি স্বৰূপে ১৯৮৯ চনত তেওঁক ৰাষ্ট্ৰীয় সন্মান দিয়া হয়।

ডলী তালুকদাৰৰ সাহিত্য-প্ৰতিভা পিতৃৰ পৰা জন্মগত সূত্ৰে লাভ কৰা সম্পদ। মৃত্যুয়ে অকালতে মোহাৰি পেলোৱা এক সাহিত্যিক প্ৰতিভা, তেওঁৰ পিতৃ স্বৰ্গীয় থানেশ্বৰ হাজৰিকাদেৱৰ অনুপ্ৰেৰণাতে তেওঁ তাহানি স্কুলীয়া দিনৰে পৰা গল্প লেখিবলৈ লয়। তেওঁৰ উদাৰ, দৰদী স্বামী বিশিষ্ট সাহিত্যিক, সাংবাদিক শ্ৰীফণী তালুকদাৰৰ সান্নিধ্য আৰু প্ৰেৰণাই তেওঁক সাহিত্যকৰ্মৰ বাবে এক অনুকূল পৰিবেশ দিয়ে। অৱশ্যে শাৰীৰিক অসুস্থতাই এই ক্ষেত্ৰত যথেষ্ট প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। তেওঁৰ প্ৰকাশিত গল্প সংকলন 'মধুলেখা' আৰু 'মন, মাটি আৰু মেঘ'ৰ উপৰিও ভালেমান গল্প, স্মৃতিচাৰণ আৰু অন্যান্য প্ৰৱন্ধ কাকত আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। তেওঁ ইংৰাজী, হিন্দী, বঙলা সাহিত্যৰ পৰা অনুবাদ কৰা ভালে কেইখনো পুথি 'নেচনেল বুক ট্ৰাষ্ট' প্ৰকাশ কৰিছে। আকাশবাণী, গুৱাহাটী কেন্দ্ৰৰ জন্ম-লগ্নৰে পৰা এই অনুষ্ঠানৰ লগত জড়িত ডলী তালুকদাৰে আগৰছোৱা কালত গীত আৰু নাট পৰিবেশনত অংশ গ্ৰহণ কৰিছিল, পিছলৈ তেওঁৰ গল্প, কথিকা আলোচনা নিয়মিতভাৱে প্ৰচাৰিত হৈছিল। তেওঁ অন্তৰ পৰশাকৈ কবিতা আবৃত্তি কৰিছিল, সুন্দৰ বক্তৃতা দিছিল।

সমাজৰ দলিত, নিষ্পেষিতসকলৰ প্ৰতি গভীৰ সহানুভূতি আৰু মমত্ববোধ, চিৰন্তন মূল্যবোধসমূহত অবিচল আস্থা তেওঁৰ গল্পৰ উল্লেখযোগ্য বৈশিষ্ট্য। দৈনন্দিন জীৱনৰ তুচ্ছ ঘটনা একোটাকে কল্পনা আৰু সাৱলীল বৰ্ণনাৰ মাধ্যমেৰে ৰমণীয় কলাত্মক ৰূপ দিয়াত তেওঁ সফল হৈছিল। সাম্প্ৰতিক সমাজৰ অনাচাৰ, ভ্ৰষ্টাচাৰ, বিশেষকৈ নাৰীৰ ক্ষেত্ৰত হোৱা অবিচাৰৰ বিৰুদ্ধে কোনো কোনো গল্পত তেওঁক সৰব হোৱা দেখা যায়। প্ৰেম-কৰুণা, দয়া-ক্ষমা আদি নাৰীসুলভ অনুভূতিৰে সিক্ত তেওঁৰ গল্পৰ অন্তৰালত কিবা যেন এক কাৰুণ্যৰ সুৰ বাজি থাকে।

ওচৰ-চুবুৰীয়া, বন্ধু-বৌৰ্দ্ধৰ, লগুৱা-বনুৱা সকলোকে বুকুৰ আপোনকৈ লব পৰা এই অজাতশত্ৰু, ধৰ্মভীৰু মহিলা গৰাকীয়ে কোনো মৃত্যুযন্ত্ৰণা নোপোৱাকৈ শান্তিৰে পৃথিৱীৰ পৰা বিদায় ল'লে; মৃত্যুৰ সিপাৰেও যেন তেওঁৰ নিৰ্মল আত্মাই পৰম শান্তি লাভ কৰে—ভগৱানৰ চৰণত এয়ে আমাৰ একান্ত কামনা। প্ৰয়াতজনাৰ স্মৃতিত শ্ৰদ্ধাৰে মূৰ দোঁৱালো। □



# জোনবাই

ডলী তালুকদাৰ

"এয়া মই আহিলো" —বুলি
সপোনতে কোনে বাৰু
মাতটি লগালে;
"উঠাচোন উঠা" —বুলি
টোপনিতে কোনে মোক
আমনি কৰিলে?
চকু মেলি চাই দেখোঁ
জোনবাই ভাইটি হ'ল
তৰাবোৰ ফুল হ'ল
হাঁহি-হাঁহি নাচি-বাগি
সৌৰভ বিলালে;
টুক্ টাক্ চাপৰিৰে
থুনুক-থানাককৈ
গুণ গুণ শব্দেৰে
কত গান গালে॥
ই কি কাণ্ড!
পুৱাৰ কাৰণে থোৱা
লাৰু পিঠা খাই-মেলি
চেনিৰ বটল ভাঙি
মজিয়াত তেনেই ঢালিলে;
খিক্ খিক্ কৰি হাঁহি
দুপ-দাপ জাঁপ মাৰি
নিজে নিজে দুখ পাই
চিঞৰি কান্দিলে।

ওপৰত আঁৰি থোৱা
কলঠোক খাবলৈ
চকি মেজ জোৰা দি
জখলা সাজিলে,

এখুজি দুখুজিকৈ
জখলা বগাই গৈ
হাত মেলি দিওঁতেই
বাগৰি পৰিলে ।

ধুপুচ-ধাপাচ শুনি
লৰি মই যাওঁতেই
দুপ-দুপ দাপ-দাপ
পলাই সাৰিলে ।

ভাইটিনো কেনি গ'ল
ফুলবোৰ ক'ত ৰ'ল ?
এই বুলি চাওঁতেই
থিতাতে লুকালে ।

অলপ পাছতে দেখোঁ
ডাৱৰক লগ পাই
বোকোচাত উঠি লই
ভাইটিনো উৰি গুচি গ'ল।
নীলা নীলা আকাশৰ
তৰা-বছা দলিচাত
ভাইটিটো জোনবাই হ'ল ।। *

* অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা শিশু সাহিত্যৰ গ্ৰন্থ, অধ্যাপক নবকান্ত বৰুৱাৰ দ্বাৰা সম্পাদিত "মৰুৱা ফুল"ৰ পৰা ঃ





# ডলী তালুকদাৰৰ এটি কবিতা

[যোৱা মাৰ্চ মাহত বঙাইগাঁৱৰ BRPL ৰ গেষ্ট হাউচত থাকোতে নিশা এই টুকুৰা কবিতাটি লিখিছিল। ২৬ আগষ্ট '৯২ চনৰ পুৱা ঘৰতেই পৰি বেয়াকৈ ভৰি ভাঙি বহুদিন শয্যাশায়ী আছিল। তাৰ পিচত ভাঙি পৰা মন সবল কৰাবলৈ ভনীয়েক লিলিৰ (হাজৰিকা) সৈতে বঙাইগাঁৱত মোৰ পৰিচালনাত নিৰ্মীয়মান টি-ভি ছিৰিয়েল অনুসন্ধানৰ কেইটিমান খণ্ডৰ দৃশ্যগ্ৰহণলৈ যাওঁতে লগতে নিছিলো। আনকি নিশা দুই-তিনি বজালৈ বীৰম'ৰা বাগিচাত তেওঁ দৃশ্যগ্ৰহণ চাইছিল। তাৰ পিচতো বৰাপথাৰ 'পিৰ্ণাক ক্লাবে' পতা শিশুনাট সমাৰোহলৈ মই যাওঁতে তেৰোঁ তেনে অৱস্থাতে যায় আৰু পিৰ্ণাকৰ সদস্যসকলৰ অনুৰোধত তৰুণৰাম ফুকন হলত ভাষণ দিয়ে। তদুপৰি অন্তৰংগ বান্ধৱী অনু (ৰায় চৌধুৰী)ৰ কন্যা 'মিতা'ৰ বিয়াৰ বাবে নতুন দিল্লীলৈ মোৰ লগত যায়, লগতে লিলি। বিয়া খাই আমি ২৭ অক্‌টোবৰ তাৰিখে নৰ্থ ইষ্ট এক্সপ্ৰেছ ৰেলেৰে উভতিছিলো। তাৰ ঠিক এমাহ পিচতে হঠাতে ২৭ নবেম্বৰ তাৰিখে তেওঁ মহাশান্তি ধামলৈ গতি কৰে। —ফণী তালুকদাৰ।]

নিসঙ্গতাৰ বেৰাজালেৰে আবৰা
মই এক অসহায় আত্মা
মুক্তি বিচাৰি হাঁহাকাৰ কৰা
মোৰ এই যাত্ৰাৰ বিৰতি ক'ত ?

আৰু কিমান দিন এইদৰে
ভয়াবহ নিসঙ্গ জীৱনৰ জেৰ টানি
জীৱন ৰথৰ চকৰি ঘূৰিব

মোৰ অহল্যা আত্মাই
শ্ৰীৰামৰ পদস্পৰ্শেৰে মুক্তি বিচৰা নাই

বিচাৰিছে অনন্ত জিৰণি
ভাগৰুৱা যাত্ৰাৰ অন্তত

বেদনাৰ যন্ত্ৰণা থোৱা
মৃত্যুৰ শীতল কোলাত ।

বঙাইগাওঁ
১৯/৩/৯৩



# সুমৰিছোঁ চিৰ আয়তী ডলী তালুকদাৰ

[নামাক্ষৰী ঃ ষোড়শা]

ড° শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য
অৱসৰী অধ্যক্ষ
বি. বৰুৱা কলেজ

সুমৰিছোঁ আজি আদ্যশ্ৰাদ্ধত চিৰ আয়তী ডলী তালুকদাৰক ।
মনত পৰিছে ৰিণিকি ৰিণিকি তিয়াল্লিছৰ স্মৃতি চিত্তহাৰক ॥
ৰিঙিয়াইছিল গণ-আন্দোলনে দ্বিতীয় মহাসমৰৰ তুমুল ৰোল ।
ছোঁ-ঘৰ সাজি মাৰ্কিন-বৃটিছে আজাদ হিন্দ ফৌজকো হানিলে শূল ॥

চিৰ চেনেহী ভাষা জননীৰ সেৱিকা ডলী হাজৰিকা তালুকদাৰ ।
ৰমণীৰ চিৰাচৰিত আদৰ্শৰে ভাৰতীয় শিক্ষা-সংস্কৃতিৰ অংশীদাৰ ॥

আদৰিলে স্বামীৰূপে সৰ্বগুণী শান্ত সাধক ফণী তালুকদাৰ ।
স্ব-ৰূপে বিনয় বচনে নাট-কথা-সংবাদৰ যিজনা অধিকাৰ ॥
তীৰত লাগিছে আহি জীৱন তৰণী নেপালে যে ডলীয়ে উমান ।

ডলী-ফণী দম্পতীয়ে হাঁহি-মাতি থাকি সেৱাধৰ্ম কৰিলে পালন ॥
লীন যায় পছিমত উদয়াৰ ৰঙা বেলি কলামেঘে হঠাতে আৱৰে ।

তালুকদাৰ দম্পতীৰ হেজাৰ বিজাৰ আশা মহাকালে ইদৰে সামৰে ॥
লুকা-ভাকু আতমাৰ জীৱন নদীৰ ইপাৰ-সিপাৰ অহা-যোৱা ।
কলেও নপৰে ওৰ —যোৰপুখুৰীৰ সাধু, গীত-নাট-অনাতাঁৰ সেৱা ॥
দাদা-ভাই, বাই-ভনী সম্বন্ধেৰে বিদ্যালয়-সমাজত ৰাখিলে কীৰিতি ।
ৰসে ৰসৱন্ত অসমত প্ৰমোদ ভট্টই নামাক্ষৰী ষোড়শীৰে সাজে ডলী-স্মৃতি ॥

[ সাহিত্য-শিক্ষা-সংস্কৃতিৰ সাধিকা —
চিৰ শ্ৰীমতী ডলী তালুকদাৰৰ আদ্যশ্ৰাদ্ধ উপলক্ষে ৰচিত ] □



সঁচা ঘটনা

# 'এক, দুই, তিন'

ডলী তালুকদাৰ

পূজা বুলিলে মোৰ সদায় এবাৰ পূজাৰ বন্ধত দেউতাৰ কৰ্মস্থলী তেজপুৰলৈ যোৱাৰ কথা মনত পৰে। তেজপুৰ অভিমুখী ৰেলত আমি বহা ডবাটোত আমাৰ চাৰিজনীয়া পৰিয়ালটোৰ লগতে এহাল নেপালী স্বামী-স্ত্ৰীও আছিল। আমি মন কৰিছিলোঁ, নেপালী ভদ্ৰ মহিলাগৰাকীয়ে একো মাতবোল নকৰে, মাথো পাঁচ দহমিনিটমানৰ মূৰে মূৰে হঠাতে চিঞৰি কয়, 'এক, দুই তিন'! মানুহজনে মানুহগৰাকীৰ গায়ে মূৰে হাত ফুৰাই দিয়ে। লাহে লাহে অলপ নিতাল মাৰি শুই থাকিবলৈ কয়। মানুহগৰাকীয়ে তেওঁৰ কথাত সঁহাৰি নিদি আগৰদৰেই মাজে মাজে চিঞৰি কৈ থাকে, 'এক, দুই, তিন'। আমাৰ প্ৰথমতে আচৰিত লাগিলেও পাছলৈ হাঁহি উঠা হ'ল।

আমি তেতিয়া বহুত সৰু। ধৰা, মই বাৰ বছৰীয়া, মোৰ ভনী লিলি দহবছৰীয়া। মানুহগৰাকীৰ আচহুৱা ব্যৱহাৰে আমাক যেন হাঁহিৰহে খোৰাক যোগালে। তেওঁ চিঞৰিলে আমি হাঁহো। তাৰ পাছত লাহে লাহে তেওঁৰ লগতে, তেওঁ 'এক' বোলাৰ লগে লগে আমি কওঁ 'দুই, তিন'। মা-দেউতাই 'নাপায়', 'নকৰিবা' বোলা হাকবচন নেমানি আমি আমাৰ ধেমালিত খিলখিলাই হাঁহি ব্যস্ত হৈ থাকিলোঁ।

ভদ্ৰলোকজনে আমালৈ চাই হাঁহি এটা মাৰি ক'লে, "তোমালোকে 'আন্টি'ৰ কথাত ৰং পাইছা নহয় ?"

আমি উত্তৰত কৈছিলোঁ, "আন্টিৰ এক, দুই, তিন বৰ মজাৰ খেলা। তাতোকৈ বেছি গণিব নোৱাৰে নেকি ?"

দীঘলকৈ হুমুনিয়াহ এটা পেলাই তেওঁ কৈছিল, তাতকৈ বেছি গণনা কৰাৰ দৰকাৰো নাই।" তেওঁৰ চকুৰে চকুপানী বৈ আহিছিল। আমাৰ অকণি অকণি মনবোৰে তেওঁৰ কথাত গুৰুত্ব দিয়া নাছিল। আমি কেৱল কেতিয়া মানুহগৰাকীয়ে 'এক' কয়, তালৈহে মনোযোগ দি আছিলোঁ।

দেউতাই আমাক বাৰে বাৰে বাধা দিয়া দেখি মানুহজনে দেউতাক কৈছিল, "সৰু ছোৱালী, সিহঁতে একো বুজা হোৱা নাই। খং নকৰিব।"—তাৰ পাছত মানুহজনে দেউতাৰ লগত কথা পতাত ব্যস্ত হৈ পৰিছিল। . . . .

তেজপুৰ ষ্টেচনত নামি মানুহহালে বিদায় লৈ গুচি গ'ল। দেউতাই কোৱা শুনিছিলোঁ, "চিন্তা নকৰিব, ভগৱান আছে।"

আমি ঘৰলৈ আহোতে দেউতাই আমাক কৈছিল, "তোমালোকৰ ব্যৱহাৰত আজি মই বৰ বেজাৰ পাইছো। জানানে, মানুহগৰাকী বলিয়া। এটা, দুটাকৈ তিনিটা ডেকা ল'ৰাক হেৰুৱাই মানুহগৰাকীৰ মগজুৰ বিকৃতি ঘটিছে। এতিয়া তেওঁক তেজপুৰৰ মানসিক চিকিৎসালয়ত ভৰ্ত্তি কৰাবলৈ আনিছে। তেওঁৰ মনত এতিয়া চিৰকাললৈ হেৰাই যোৱা সন্তান তিনিটাৰ বাহিৰে আন চিন্তা নাই। তোমালোকে মানুহগৰাকীৰ মনৰ অৱস্থা নুবুজি তেওঁক সিয়াঁৰি 'এক, দুই, তিন' বুলি অকল ঠাট্টা কৰাই নহয়, অপমানো কৰিছা। তদুপৰি আমি মানা কৰা সত্ত্বেও কথা নুশুনি আমাকো অপদস্থ কৰিছা।"

দেউতাৰ কথা শুনি আমাৰ মুখৰ মাত হেৰাল। নজনা নুশুনাকৈ বা বুজিবলৈ চেষ্টা নকৰি সেইদৰে মানুহগৰাকীৰ কথা কাৰ্য্যত আমি ধেমালিৰ সমলহে পালোঁ আৰু আমাৰ ব্যৱহাৰেৰে মানুহগৰাকীৰ স্বামীকো কিমান আঘাত দিলোঁ, তেতিয়াহে বুজিলোঁ। দেউতা-মাৰ উপদেশ নুশুনা বাবেও অনুতাপ কৰিলোঁ। আমাৰ চকুৰে ধাৰাসাৰ চকুপানী বৈ আহিল।

দেউতাই ক'লে, "আগলৈ কেতিয়াও কোনো কাৰণ নজনাকৈ এনে-ধৰণৰ অন্যায় ধেমালি নকৰিবা। মানুহজনক ক্ষমা খুজিবলৈকো আৰু লগ নোপোৱা। এতিয়া ভগৱানক প্ৰাৰ্থনা কৰা মানুহগৰাকী যেন ভাল হয়, মনত শান্তি পায়।"

আমি দুহাত যোৰকৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

অকণিহঁত, এই ঘটনাটোৱে আমাক জীৱনলৈকে বৰ ডাঙৰ শিক্ষা দি থৈ গ'ল! তোমালোককো কৈছোঁ, আগ পিছ নুশুনাকৈ কেতিয়াও তোমা-লোক আমাৰ দৰে অন্যায় ধেমালি নকৰিবা দেই। এই পৃথিৱীত বহুতো দুৰ্ভগীয়া বিপদগ্ৰস্ত মানুহ আছে। তেওঁলোকৰ অস্বাভাৱিক আচৰণে হাঁহিৰ সমল যোগালেও সহানুভূতিৰে তেওঁলোকৰ কথা ভাবিবা। আন-হাতে, সকলো ক্ষেত্ৰতে পিতৃ-মাতৃ আৰু ডাঙৰৰ হাকবচন-উপদেশ মানি চলিবা। তেওঁলোকে আমাৰ ভালৰ কাৰণেহে উপদেশ দিয়ে; আমাৰ কিছুমান ভুল কামত হকা-বধা কৰে। মই মোৰ নিজৰ জীৱনৰ এটি কৰুণ অভিজ্ঞতাৰ কথাখিনি ক'লোঁ, কাৰণ মই 'উপদেশতকৈ আহি ডাঙৰ' —এই কথা মনে-প্ৰাণে বিশ্বাস কৰোঁ।*

* ডলী তালুকদাৰৰ প্ৰথম গল্প : বাৰ বছৰ বয়সত লিখা। ☐



# মাতৃ

**ডলী তালুকদাৰ**

নামনিমুৱা নৰ্থ-ইষ্ট এক্সপ্ৰেছ বলিয়া ঘোঁৰাৰ দৰে চেকুৰিছিল। সুদীপ্তৰ মনটো বাৰে বাৰে উৰি গৈছিল—দিল্লী মহানগৰীলৈ, য'ত সি বিসৰ্জন দি থৈ আহিছে তাৰ সমগ্ৰ অতীতটো আৰু সেই অতীতৰ লগত ওতপ্ৰোতভাৱে বিজড়িত অলেখ স্মৃতিৰ মালিতা।. . . .

বাৰে বাৰে তাক এখন কৰুণ-কোমল অস্পষ্ট মুখে আমনি কৰি আছে। সেইখন মুখ তাহানিৰ ৰশ্মিৰ! ৰশ্মি—তাৰ জীৱনৰ প্ৰথম নাৰী, তাৰ প্ৰথম প্ৰেমৰ চানেকি।—এটা দুখীয়া নিম্নবিত্ত পৰিয়ালৰ সন্তান সুদীপ্তই সুখ্যাতিৰে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ কাৰণে গুৱাহাটীলৈ আহিছিল। তাতেই চিনাকি ৰশ্মিৰ লগত। ৰশ্মিৰ দৰে বিত্তশালী দেউতাকৰ সুন্দৰী জীয়াৰীৰ লগত বন্ধুত্ব,—বিবাহপাশত আবদ্ধ হোৱাৰ কথা তাৰ কল্পনাৰো অগোচৰ আছিল। কিন্তু ৰশ্মিয়ে তাৰ কল্পনাৰ প্ৰাচীৰ ভাঙি কৈছিল—"তোমাৰ এনে মনোভাৱ তোমাৰ নীচাত্মিকা ভাৱৰ পৰাই উৎপত্তি। তোমাৰ কি নাই কোৱাচোন—? বুদ্ধিমত্তা, ৰূপ-গুণ; — এই সকলোবোৰতে তুমি সমাজৰ বহুততকৈ আগবঢ়া। সেইবোৰৰ সদ্ব্যৱহাৰ কৰা—সমাজৰ দহজনৰ এজন হ'বলৈ চেষ্টা কৰা। মই তোমাৰ লগত আছো—সুদীপ্ত।"

ৰশ্মিৰ কথাত সম্পূৰ্ণভাৱে পতিয়ন যাব নোৱাৰিলেও, সি ৰশ্মিৰ সমকক্ষ হ'বলৈ চেষ্টা কৰিছিল। ৰশ্মিৰ দৰে সিও ৰশ্মিক কাষত পোৱাৰ স্বপ্ন ৰচনা কৰিছিল। ৰশ্মিৰ পৰিয়ালৰ উন্নাসিক মনোভাৱে তাক মাজে মাজে হতাশ কৰিলেও, ৰশ্মিৰ উৎসাহ-উদ্দীপনাত সি বাস্তৱ পাহৰি যাবলৈ চেষ্টা কৰিছিল; ৰশ্মিৰ ককায়েক-বায়েকহঁতৰ হকাবধা নেওচিবলৈ সাহস পাইছিল।. . . .

দিন বাগৰি গৈছিল। এম-এ শ্ৰেণীত ৰশ্মিৰ লগত বন্ধুত্ব গঢ়ি উঠিছিল শৈবালৰ। শৈবালক তাৰ লগত চিনাকি কৰি দি ৰশ্মিয়ে কৈছিল— "সুদীপ্ত, এয়া শৈবাল—তোমাৰ দৰেই মোৰ এজন বন্ধু। আমি তাহানি সৰুতে একেলগে শ্বিলঙত ডাঙৰ হৈছিলো। শৈবালৰ দেউতাক মোৰ দেউতাৰ এজন প্ৰিয় বন্ধু।"—শৈবালে হাঁহিছিল আৰু সৌজন্যবোধৰ খাতিৰত তাৰ হাতখন জোকাৰি দি ৰশ্মিৰ লগত আঁতৰি গৈছিল। সুদীপ্ত ক্ষুণ্ণ

হৈছিল। বিশেষকৈ 'তোমাৰ দৰেই শৈবাল মোৰ এজন বন্ধু'—ৰশ্মিৰ এই কথাষাৰে তাক যেন ভবাই তুলিছিল। শৈবালৰ লগত ৰশ্মিৰ অবাধ মিলাপ্রীতিয়ে তাক যেন ঈর্ষাকাতৰ কৰি তুলিছিল। ৰশ্মিয়ে তাক কেইবা দিনো সিহঁতৰ ঘৰলৈ নিছিল—ৰশ্মিৰ মাক-দেউতাক, ককায়েক-ভনীয়েক-হঁতৰ শৈবালৰ লগত ঘনিষ্ঠতা-অন্তৰঙ্গতা দেখি তাৰ যেন কিবা অসহ্য লাগি যায়। এই সকলোবোৰ পিচে পাহৰি যায় ৰশ্মিক দেখিলে। ৰশ্মিৰ মৌ-বৰষা মাত, হাঁহি-ধেমালিয়ে নিমিষতে তাৰ মনৰ ডাৱৰ আঁতৰাই দিয়ে। মুকলি মনৰে বহুদিন সি ৰশ্মিৰ লগত সিহঁতৰ যুটীয়া জীৱনৰ পৰিকল্পনাৰ বিষয়ে আলোচনা কৰিব খুজিও পৰা নাই;—এনেবোৰ মুহূর্তত এক নাম-নজনা সংকোচে তাক আৱৰি ধৰে। আকাশ-পাতালৰ প্ৰভেদ থকা দুটা পৰিয়ালৰ মাজত সম্পর্ক স্থাপন জানো আকাশ-কুসুম ৰচনা কৰাৰ দৰে নহয়? ৰশ্মিয়ে বিচাৰিলেও মাক-দেউতাক-ককায়েকহঁতে তাৰ দৰে পৰিয়ালৰ ল'ৰা এটালৈ নিশ্চয় ৰশ্মিক দিব নুখুজিব। আজিৰ ধন সৰ্বস্ব পৃথিৱীত তাৰ দৰে কপর্দকহীন ল'ৰা এটা যিমানেই বুদ্ধিমান, বিদ্বান নহওক কিয়—দৰা হিচাপে যে তেনেই নগণ্য—সেই কথা বুজাৰ ক্ষমতা তাৰ নোহোৱা নহয়। তথাপি ৰশ্মিৰ বাহিৰে আন কাকো লৈ জীৱনৰ বাটত একেলগে বাট বুলাৰ ইচ্ছা তাৰ নাই। ৰশ্মি নামৰ সেই সহজ-সৰল ছোৱালীজনীয়ে কেনেকৈ তাৰ যথাসৰ্বস্ব লৈ গ'ল—ভাবিলে তাৰ নিজৰে আচৰিত লাগে। তথাপি এক অজান আশংকাই তাৰ বুকু কঁপাই তোলে। অকল্পশৰীয়া ৰশ্মিয়ে পৰিয়াল-পৰিজনৰ বাধা নেওচি তাক গ্ৰহণ কৰাৰ মানসিক বল আহৰণ কৰিব পাৰিব জানো? 'এইবোৰ চিন্তাই তাক দুৰ্বল কৰি তোলে।

প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ সুদীপ্তই এম-এ পাছ কৰিছিল পদাৰ্থ বিজ্ঞানত। ৰশ্মিয়ে তাৰ কৃতিত্বত হিয়া উবুৰিয়াই আনন্দ কৰিলে, লগৰ ল'ৰা-ছোৱালীক পাৰ্টি দিলে। নিজৰ অধ্যৱসায়, প্ৰচেষ্টাৰে আৰু ৰশ্মিৰ উৎসাহত এদিন বিদেশত উচ্চ শিক্ষাৰ বাবে যাবলৈ সুদীপ্ত সাজু হ'ল। গাঁৱৰ ঘৰলৈ গৈ মাক-দেউতাকৰ আশীৰ্বাদ লৈ, সি যাত্ৰাৰ প্ৰস্তুতিত মনোনিবেশ কৰিলে। যোৱাৰ দুদিন আগেয়ে ৰশ্মিৰ মাক-দেউতাকক মাত লগাবলৈ গ'ল। যন্ত্ৰবৎ শুভেচ্ছা জনাই, ৰশ্মিহঁতৰ ঘৰৰ আটায়ে তাক বিদায়-সম্ভাষণ জ্ঞাপন কৰিলে। তেওঁলোকৰ এনে ব্যৱহাৰে এক হতাশজনিত মনোভাৱে তাক যোৱাৰ দিনলৈকে আচ্ছন্ন কৰি ৰাখিলে। এয়াৰপোৰ্টলৈ শৈবাল, ৰশ্মি আৰু দুজনমান বন্ধু-বান্ধৱী আহিল তাক



বিদায় দিবলৈ। ৰশ্মিয়ে হাঁহি হাঁহি ক'লে—"বিদেশী ফুল ধুনীয়া, কিন্তু সকলোৰে গোন্ধ নাই দেই।" উত্তৰত সি কিবা কব খুজিও ৰৈ গ'ল—শৈবালৰ উপস্থিতিত। . .

বিদেশত থকা দুমাহ পিচতে গতানুগতিকভাৱে লিখা ৰশ্মিৰ চিঠি-বোৰ পাতলি পাতলি এদিন নহাই হৈ পৰিল। সমুখৰ টেবুলত সজাই থোৱা ৰশ্মিৰ ফটোখনলৈ চাই, সুদীপ্ত আচৰিত হৈ যায়—তাৰ জীৱনৰ প্ৰথম নাৰী, প্ৰথম প্ৰেয়সী ৰশ্মিয়ে তাক জানো প্ৰতাৰণা কৰিব পাৰিব? সি তাৰ জীৱনৰ প্ৰেৰণাৰ উৎস ৰশ্মিক পাহৰিব কেনেকৈ? . .

এদিন হঠাতে গম পালে শৈবাল আৰু ৰশ্মিৰ বিয়া হৈ গ'ল। ৰশ্মিয়ে লিখিলে—"মা-দেউতা, দাদাৰ আদেশ-উপদেশ নেওচিব নোৱাৰিলো—মৃত্যু শয্যাত শায়িতা মাৰ অনুৰোধ প্ৰত্যাখ্যান কৰাৰ সাহস মোৰ নহ'ল। পাৰিলে ক্ষমা কৰিবা।"

ক্ষমা? বলিয়াৰ দৰে সুদীপ্তই হাঁহি ক'লে—"ইমানখিনি কৰাৰ পিচত তুমি কেনেকৈ নিজকে ক্ষমাৰ পাত্ৰী বুলি ভাবিব পাৰিলা? তোমাৰ মৌন প্ৰেৰণাৰে মোৰ জীৱন যেনেকৈ গঢ়িলা, তেনেদৰে প্ৰতাৰণাৰে তিলতিলকৈ ধ্বংসৰ পথলৈকো যাবলৈ এৰি দিলা কেনেকৈ? প্ৰত্যেক আঘাতৰে প্ৰত্যাঘাত থাকে। আত্মাৰ অভিশাপ অব্যক্ত হ'লেও গভীৰ হয়। মই ক্ষমা কৰিলেও মোৰ অতৃপ্ত আত্মাই তোমাক ক্ষমা কৰিব পাৰিব জানো?

সুদীপ্ত সলনি হৈ গ'ল। লিয়োনা নামৰ সহপাঠী গৰাকীয়ে তাক বহুতো বুজালে। 'কাপুৰুষ' বুলি তাৰ পৌৰুষত আঘাতো কৰিলে। সুৰাৰ ৰাগীত মতলীয়া সুদীপ্তই হো-হোকৈ হাঁহি ক'লে—"আজি পৃথিৱীৰ সকলো নাৰী মোৰ বাবে একে—তুমিয়েই ৰশ্মি, ৰশ্মিয়েই তুমি।" অপ-মানিতা লিয়োনাই তাৰ লগত বন্ধুত্বৰ সকলো সম্পর্ক ছেদ কৰি আঁতৰি গ'ল।

কিন্তু আজি এয়া কি হ'ল? সদ্য-সমাপ্ত শিক্ষাৰ অন্তত ঘৰলৈ ওভোতাৰ বাটত দিল্লীত প্লেনৰ পৰা নামাৰ পিচত—হঠাতে তাৰ ৰশ্মিক এবাৰ চাবলৈ বৰ মন গ'ল। . . . ৰশ্মি কেনে আছে? তাক বাদ দি ৰশ্মি শৈবালৰ লগত সুখী হ'ব পাৰিছেনে? এনেবোৰ প্ৰশ্নই তোলপাৰ লগোৱা মনটোক বাধা দিব নোৱাৰি সি মাথোন এবাৰ ৰশ্মিক নিজ চকুৰে চাই যাবলৈ বিচাৰিলে। সি জানে কোনোবা এটা বিদেশী কোম্পানীৰ উচ্চ-পদস্থ বিষয়া শৈবাল আৰু পত্নী ৰশ্মি দিল্লীৰ 'বসন্ত বিহাৰ'ত থাকে।

টেক্সী ড্ৰাইভাৰক নিৰ্দেশ দি, নিজকে সম্পূৰ্ণভাৱে প্ৰস্তুত কৰি, সুদীপ্ত যেতিয়া ৰশ্মিহঁতৰ ফ্লেট পালেগৈ—সিহঁতৰ ঘৰৰ সমুখত দেখিলে অসম্ভৱ ভিৰ। মানুহক সুধি গম পালে—সি বিচাৰি অহা মানুহজনৰ একমাত্ৰ সন্তানটিৰ স্কুললৈ যোৱাৰ পথত গাড়ী দুৰ্ঘটনাত মৃত্যু হৈছে। সুদীপ্ত সৰি গ'ল ভিতৰলৈ।

কিন্তু এয়া কোন? এইজনী নাৰী তাৰ সম্পূৰ্ণৰূপে অচিনাকি! এয়া সি কাক দেখিছে? বিবৰ্ণ, ৰুক্ষ, বিষাদ-মলিন এই গৰাকী নাৰীক সিতো কেতিয়াও লগ পোৱা নাই! বিজুলীৰ দৰে খন্তেকলৈ চকামকাকৈ দেখা দি সুদীপ্তৰ তাহনিৰ প্ৰেয়সী ৰশ্মিৰ অস্তিত্ব যেন এই নাৰী মূৰ্তিৰ মাজত বিলীন হৈ গ'ল!!

মেলা চুলিৰে, ধাৰাসাৰে বৈ থকা চকুপানীৰে গাল-মুখ তিয়াই এগৰাকী মাতৃমূৰ্তিয়ে উচুপি কান্দিছে; চিঞৰি চিঞৰি মাজে মাজে কৈ আছে—"মই জানো, মোৰ কিয় এনে হ'ল? কাৰ অভিশাপত মই অভিশপ্তাঃ কেনেনে মোৰ সন্তান কাঢ়ি নিলে?"

সুদীপ্তৰ নিজকে অপৰাধী যেন লাগি গ'ল। মানুহৰ জুমৰ মাজত সি লুকাই থাকিল। অচিনাকি এই মাতৃমূৰ্তিৰ আগত নতি স্বীকাৰ কৰি তাৰ ক'বৰ মন গ'ল—"হে মাতৃ, তুমি মোক ক্ষমা কৰা। তোমাৰ বুকু উদং কৰি সন্তান কাঢ়ি নিবলৈ মই কোনো দিনে তোমাক অভিশাপ দিয়া নাই। তোমাৰ এই ৰূপ মোৰ সম্পূৰ্ণ আচহুৱা। তুমিতো ৰশ্মি নোহোৱা। মোৰ আত্মাই যদি কেতিয়াবা কাৰবাক অভিশাপ দিছিল তেন্তে সেয়া আছিল ৰশ্মি। তেওঁৰ হয়তো অভিমানী মনেৰে অসতৰ্ক মুহূৰ্তত অভিশাপ দিছিলোঃ কিন্তু কোনো মাতৃকেই অভিশাপ দিয়াৰ দুঃসাহস মোৰ নাছিল। মই আজি ৰশ্মিকো পাহৰি গৈছো। এতিয়া এই মুহূৰ্তত তোমাৰ পৰিচয় আজি মোৰ বাবে কেৱল এগৰাকী মাতৃ। সেই মাতৃৰ ৰূপেই নমৰা দিনলৈকে মোৰ স্মৃতিৰ পটত উজলি থাকিব। হে মাতৃ, তুমি মোক ক্ষমা কৰিবা।...

নৰ্থ-ইষ্ট-এক্সপ্ৰেছৰ জোকাৰণিৰ তালে তালে সুদীপ্তৰ মনত এই একেটা কথাই বাৰে বাৰে অনুৰণন তুলিবলৈ ধৰিলে।

ৰশ্মিৰ বিয়াৰ পিচত দলিয়াই ভঙা সেই ফটোখনৰ কাঁচবোৰ পুনৰ জোৰাব নোৱাৰাৰ দৰে—তাৰ অতি চিনাকি ৰশ্মিৰ মুখখনো সি বহুত চেষ্টা কৰিও মনত পেলাব নোৱাৰিলে।



ৰেলৰ ঘৰঘৰণি আৰু গভীৰ নিশাৰ নৈঃশব্দ ভেদ কৰি বাৰে বাৰে যেন উজাগৰী তাৰ কাণত অদৃশ্য কোনোবাই চিঞৰি চিঞৰি কৈ থাকিল—"মই মাতৃ, মই কেৱল মাতৃ। মোৰ এটাই ৰূপ, মোৰ এটাই পৰিচয়—এক চিৰন্তনী মাতৃ!!....

(আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ সৌজন্যত)

ডলী তালুকদাৰৰ শেষ গল্প □

# ডলী বাইদেউৰ মৃত্যুত

তোষপ্ৰভা কলিতা

'উগ্ৰবাদ' 'নাৰীবাদ' শ্ল'গানেৰে উত্তাল নগৰী
সহজ মমতা য'ত অসম্ভৱ দুষ্প্ৰাপ্য এতিয়া,
স্নেহ-সুধা-সিন্ধু লৈ আপোনাৰ ক্ষুদ্ৰ হৃদয়ত,
ৰুগ্নদেহ নিৰোগী মনৰ তেওঁ নম্ৰ নত নাৰী।

সদালাপ স্মিতহাস্য হিতৈষিণী উদ্বেল আবেগ,
স্তব্ধ হ'ল, মাৰ গ'ল জলধিত জীৱন-বুদ্বুদ;
জ্বলিলে নুমায় চাকি, গাত সৰে, ঋতু আহে যায়,
অমোঘ নিয়তি-নীতি, সংগীহাৰা কান্দে অফিউছ।

শোকতে শ্লোকৰ জন্ম, তাহানিতে ক্ৰৌঞ্চৰ দুখত,
অশোক-হৃদয় ঋষি কবি হ'ল, সৃষ্টি হ'ল প্ৰথম কবিতা;
প্ৰিয় এক 'মানৱী'ৰ অনিবাৰ্য্য বিচ্ছেদ-ব্যথাক
ছন্দেৰে সজাব খুজি ব্যৰ্থ মোৰ অক্ষম কবিতা।

জীৱন সহ্য শিল্প, কবিতাই মুগ্ধ হৈ চায়
মৃত্যুৰ অমোঘতাকো নিৰুপায় প্ৰণাম জনায়। □

# সন্ধিক্ষণ

ডলী তালুকদাৰ

ছন্দিতা কাকতিৰ কপালৰ ডাঙৰ ফোঁটটো মোৰ চকুত ক্ৰমাৎ এটা ডাঙৰ শূন্যলৈ পৰিণত হ'ল। পৃথিৱীখন বৰ বিচিত্ৰ। তাতোকৈ বিচিত্ৰ মানুহৰ মন। ছন্দিতাৰ চিঠিখন এবাৰ দুবাৰকৈ কেবাবাৰো পঢ়ি জাপি থলো। ছন্দিতা মোৰ সহকৰ্মী আছিল। 'আছিল' বুলি কবলগীয়া হৈছে এই কাৰণেই যে যোৱাকালি ছন্দিতাই কামটো 'ৰিজাইন' দি এই চহৰ এৰি গুচি গ'ল। ক'লৈ—নেজানো। আজিৰ ডাকত পালো এইখন চিঠি ইয়াৰেই ডাকঘৰত দি থৈ যোৱা।

ছন্দিতাই মনেপ্ৰাণে ভাল পাই বিয়া কৰোৱা প্ৰবালৰ কথা লিখিছে। মাক-দেউতাকৰ বিৰুদ্ধাচৰণ কৰিও তাই প্ৰবালক গ্ৰহণ কৰিছিল। বহুতে তাইক প্ৰবালৰ বিষয়ে বহু কথা কৈ সতৰ্কবাণীও শুনাইছিল। কৈশোৰোত্তীৰ্ণ যৌৱনৰ সন্ধিক্ষণত লগ পোৱা সবল সুঠাম সুন্দৰ প্ৰবালৰ বিষয়ে শুনা কথাও তাই কোনো গুৰুত্বই নিদিলে। যৌৱনৰ উত্তাল তৰঙ্গত কোনোবা নাৰীৰ সংস্পৰ্শলৈ অহা প্ৰাঞ্জলক তাই মনেৰে অকপটে ক্ষমা কৰি দিলে। যৌৱনৰ বা-মাৰলীয়ে কোবাই যোৱা মনটোত কেতিয়াবা কাৰোবাক ভাল লাগি যাব পাৰে। ছন্দিতাৰ মতে প্ৰাক-বিবাহৰ প্ৰেমে বৈবাহিক জীৱনত বাধাৰ প্ৰাচীৰ গঢ়িব নোৱাৰে—যদিহে দাম্পত্য জীৱনত সেই প্ৰেমে আউল নলগায়। তাইৰ সিদ্ধান্ত সঁচা বুলিয়েই প্ৰমাণিত হৈছিল, অন্ততঃ বিয়াৰ ছবছৰলৈকে প্ৰবালে তাইক মৰমৰ ডেউকাৰে আৱৰি ৰাখিছিল। আন দহজন সুখী দম্পতীৰ দৰে সিহঁতে এক সুখী গৃহকোণত সুখেৰেই জীৱন অতিবাহিত কৰিছিল। সিহঁতৰ যুগীয়া জীৱনৰ প্ৰেম ভালপোৱা মৰমৰ স্বাক্ষৰ হৈ এদিন সিহঁতৰ সংসাৰলৈ আহিছিল 'সপোন'। তাইৰ সপোন সাৰ্থক হৈছিল বুলি আন্তৰিকতাৰে উপলব্ধি কৰিছিল ছন্দিতাই।

লাহে লাহে প্ৰবালৰ স্বৰূপ উদ্‌ঘাটিত হ'ল। কেইজনমান অতীতৰ কু-সঙ্গীৰ প্ৰভাৱত তাৰ আগৰ স্বভাৱ-চৰিত্ৰ উক্ দি উঠিল। এদিন নিশা মদপী স্বামীৰ অবাঞ্ছিত আচৰণত ছন্দিতা উচপ খাই উঠিল। তাইৰ বুজিবলৈ বাকী নেথাকিল—ইমানদিনে তাই বালিঘৰহে সাজিলে। আজি সেই ঘৰ



প্ৰবালৰ আচৰণৰ ধামখুমীয়াত পৰি পুনৰ বালিতেই বিলীন হোৱাৰ উপক্ৰম হৈছে।

তাই সজোৰে প্ৰতিবাদ কৰিবলৈ ন'লে। উত্তৰত সি নিৰ্বিকাৰভাৱে ক'লে—"তুমিতো আগতেই জানা মই কি আছিলো। মই মদ, নাৰী, জুৱাৰ প্ৰতি যে আসক্ত; আৰু তোমাক যে বহুতে সেই কথা কৈছিল—তুমি দেখোন নিজ মুখেৰে সেই কথা কৈছিলা। এতিয়া আকৌ মোক বাধা দিছা কিয় ?"

উত্তৰত তাই কৈছিল—"তুমিওতো কৈছিলা—বিয়াৰ আগতে তুমি বা মই কোন কেনে আছিলো সেইটো ডাঙৰ কথা নহয়। বিয়াৰ পাছৰ জীৱনটোহে সত্য; সেই জীৱনৰ ভেটি হ'ব লাগিব—সততা, বিশ্বাস আৰু প্ৰেম। তোমাৰ সেই ভুৱা সৰলতা, মিঠা কথা, মিঠা হাঁহিৰে তুমি কিয় মোক ফাঁকি দিছিলা।"

উত্তেজিত ছন্দিতাক মাজতে বাধা দি মদৰ নিচা তেতিয়াও এৰা নিদিয়া প্ৰবালে এহাতেৰে তাইক সাৱটি ধৰি নাটকীয় ভঙ্গীত ক'লে—"তুমি ইমান শিক্ষিতা ছোৱালী হৈও নুবুজিলানে A MAN MAY LAUGH AND BE A VILLAIN."

তাই জোৰকৈ তাৰ হাতখন একুৱাই দি আঁতৰি আহিল।

লাহে লাহে প্ৰবালৰ বিৰূপ আচৰণে সীমা চেৰাই গ'ল। ভয়তে ছন্দিতাই 'সপোন'ক প্ৰবাল ঘৰলৈ অহাৰ আগতে Bed Room ৰ দুৱাৰ বন্ধ কৰি থয়।

এদিন আচম্বিতে সোনকালে ঘৰলৈ উভতি অহা অপ্ৰকৃতিস্থ প্ৰবালক দেখি 'দেউতা' 'দেউতা' বুলি হাত মেলি যোৱা 'সপোন'ক দূৰলৈ ঠেলি দিওঁতে 'সপোন' হামখুৰি খাই পৰিল। দেউতাকৰ পৰা কোনোদিনে নোপোৱা এনে ব্যৱহাৰত সি আচৰিত হোৱাৰ লগতে ভয়তে বিতত পৰিল। . . বহুপৰ নিমাত হৈ থকাৰ পিছত, সি মাকক সুধিলে—"মা, দেউতাৰ কি হৈছে ?" তাক সাৱটি ছন্দিতাই ক'লে—"অসুখ সোণ।"

"মোৰ জ্বৰ হ'লে ভাল হয়; দেউতাৰো অসুখ ভাল হব নহয় মা ?"

'অ', হবতো।"

"কেতিয়া মা ?"

এইষাৰ কথাৰ উত্তৰহে ছন্দিতাই দিব নোৱাৰিলে। কোনে ক'ব—প্ৰবাল আকৌ তাই পোৱা প্ৰবালটো হব নে নহয় ? তাই নিজেই নজনা প্ৰশ্নৰ উত্তৰ 'সপোন'ক দিব কেনেকৈ ? আৰু এই অসুখ যদি কেতিয়াও ভাল নহয়! লাহে লাহে বুজন হৈ অহা 'সপোন'ৰ ওপৰত তাৰ প্ৰভাৱ নপৰিবনে ? ফুল কুমলীয়া ল'ৰাটোৰ মনত বিৰূপ প্ৰতিক্ৰিয়া নহবনে ? অজান আশঙ্কাত কথাবোৰ এইধৰণে ভাবিবলৈ গৈ তাইৰ বুকুখন কঁপি উঠিল।

‘অতীত’ তাইৰ জীৱনৰ পৰা মচ খাই গৈছে। অন্ধকাৰে ক্ৰমে গ্ৰাস কৰি অনা ‘বৰ্তমান’ত থিয় দি তাইৰ অনিশ্চিত ‘ভৱিষ্যতে’ তাইক ক’লৈ লৈ যাব – ভাবি তাই ব্যাকুল হৈ পৰিল।

অফিচৰ পৰা বাৰে বাৰে সাৱধান কৰি দিয়া সত্ত্বেও কোনো ভ্ৰূক্ষেপ নাই। তাৰ চাকৰিটোৰ সীমিত আয়ৰ বেছিভাগেই বন্ধু-বান্ধৱৰ আপ্যায়নত খৰচ হয়। টুক্-টাককৈ টানিটুনি তাই কোনোমতে সপোনক জীয়াই ৰাখিছে। প্ৰবালৰ নিৰ্দেশত এক মোহান্ধ অৱস্থাত তাই স্কুলত কৰা কামটো কাহানিবাই এৰি থৈ আহিছে। এতিয়া তাই ক’ত চাকৰি পাব? বাতৰি কাকতৰ বিজ্ঞাপন উৰাই-ঘূৰাই পঢ়া, অ’ত-ত’ত আলেঙে আলেঙে খবৰ-বাতৰি লোৱা তাইৰ নিত্য-নৈমিত্তিক অভ্যাসতে পৰিণত হ’ল।

হঠাতে এদিন চকুত পৰিল—বিপত্নীক কোনোবা এজন ‘পি. দত্ত-চৌধুৰী’য়ে তেওঁৰ এহাল ল’ৰা-ছোৱালীৰ পঢ়া-শুনাকে আদি কৰি চোৱা-চিতা কৰিবলৈ এগৰাকী শিক্ষিতা ভদ্ৰমহিলা বিচাৰিছে। শকত পাৰিশ্ৰমিকৰ উপৰিও, তেওঁৰ ঘৰৰ সংলগ্ন সৰু ‘কটেজ’ এটাত থকা-মেলাৰ সুব্যৱস্থা আছে।

বহুত ভাবিচিন্তি তাই কাকো একো নোকোৱাকৈ এখন আবেদন পঠিয়াই দিলে। সময়ত চাকৰি পোৱাৰ সংবাদো আহিল।

কাম যোৱাৰ পাছত, পলায়নবাদী মনেৰে এক বন্ধুৰ ‘মেছ’ত আশ্ৰয় লোৱা প্ৰবাললৈ তাই লিখি থৈ গ’ল: “মোৰ ‘সপোন’ক জীয়াই ৰখাৰ মান-সেৰেই ঘৰ এৰি বাহিৰ ওলাবলৈ বাধ্য হ’লোঁ। তোমাৰ ওচৰলৈ ঘূৰি অহাৰ প্ৰস্তুতিৰে যিদিনা মনত সাহস যোগাব পাৰিম - ঘূৰি নহাকৈ নাথাকো। ভগৱানৰ ওচৰত মোৰ একান্ত প্ৰাৰ্থনা —তোমাৰো মনুষ্যত্ববোধ ঘূৰি আহক। ক’লৈ গ’লো—যুক্তিৰ তাগিদাত তোমাক একো নজনালো। জীৱনক কেতিয়াবা যুক্তিৰে পৰিচালনা কৰাৰ সময় মানুহৰ সমুখত দেখা দিয়ে। আৰু পৰিস্থিতিৰ হেঁচাত মানুহে মানিবলৈ বাধ্যও হয়। ময়ো মানুহ; ···-পৰিস্থিতিৰেই দাস ..।”

ডাঠ চশমাৰ তলেৰে, গম্ভীৰ দৃষ্টিৰে দত্তচৌধুৰীয়ে তাইলৈ চাই ক’লে—

“আপুনি বিবাহিতা? আপোনাৰ স্বামী?”

“তেওঁ আজি কিছুদিন ধৰি, কঠিন ৰোগত ভুগি চিকিৎসালয়ত পৰি আছে।” —উত্তৰত তাই নিঃসঙ্কোচে কৈছিল।



বিপত্নীক দত্তচৌধুৰীৰ বৃদ্ধা মাক আৰু ল’ৰা-ছোৱালী দুটিৰ দায়িত্ব পালন কৰি, নিশা সৰু ‘কটেজ’টোলৈ ঘূৰি আহি শ্ৰান্ত-ক্লান্ত দেহাটো বিচনাখনত এৰি দি তাই আকাশ-পাতাল ভাবে। সপোন ডাঙৰ হৈ জীৱনত প্ৰতিষ্ঠিত নোহোৱালৈকে এই যাত্ৰাৰতো শেষ নাই!

সপোনক তাই স্কুল এখনত নাম লগাই দিছে। অভিভাৱক বা পিতৃৰ নাম ঠিকনাত কঁপা কঁপা হাতেৰে ---বহুতো ভাবি লিখিলে ‘পি. দত্তচৌধুৰী’। দত্তচৌধুৰীৰ ল’ৰা-ছোৱালী হালো স্কুললৈ যাব পৰা হ’ল। ঘৰৰ গিৰিহঁতৰ অনুমতি সাপেক্ষে তাই দিনটোৰ অৱসৰৰ সময়ছোৱাত চিলাইৰ প্ৰশিক্ষণ কেন্দ্ৰ এটাৰ কামতো সোমাল।

এইখন চহৰত তাইক কোনেও চিনি নেপায়। তাইৰ ইয়াত আছে — প্ৰবালৰ কথা বাদেই তাইৰ ঘৰখনৰ আনেও নাজানে। গতিকে সিহঁতৰ ঘূণে ধৰা দাম্পত্যজীৱন প্ৰকাশ পোৱাৰ কোনো সুৰুঙা নথকাত তাই স্বস্তিৰ নিশ্বাস কাঢ়িছিল। সপোন “দেউতাৰ অসুখ ভাল হ’ল; ঘৰলৈ যাওঁ ব’লা” বুলি কৰা অনুৰোধো ক্ৰমাৎ কমি আহিল। অসুখৰ সময়ৰ হাতবুলনিত সি ডাঙৰ হৈ অহাৰ লগে লগে অকণি মনটোৰ ক্ষত লাহে লাহে শুকাবলৈ ধৰিলে।

কিন্তু সেইদিনা বিনামেঘে বজ্ৰপাত হ’ল। আঁউসীৰ ঘন অন্ধকাৰে ছন্দিতাৰ ভৱিষ্যত আৱৰি ধৰিলে। সপোনৰ স্কুলৰ পৰা অহা ‘পেৰেন্টছ্‌ডে’ৰ (Parents’ Day) নিমন্ত্ৰণী পত্ৰখন হাতত লৈ দত্তচৌধুৰীয়ে কঠোৰভাৱে সুধিলে----

“আপুনি মোক অপদস্থ কৰিব খুজিছে নেকি? এয়া কাৰ ঠিকনা? কিয় দিলে আপুনি এই ঠিকনা?” Mr. & Mrs. P. Duttachowdhury বুলি লিখা ঠিকনাটোলৈ চাই তাই শান্ত ভঙ্গীৰে ক’লে—

“কিয়? কি ভুল হ’ল? মোৰ স্বামীৰ নাম পি চৌধুৰী অৰ্থাৎ প্ৰবাল চৌধুৰী।”

“আপুনি মোক ঠগাব নোৱাৰে। আপোনাৰ ল’ৰা স্বপ্নীলক মোৰ সন্তান বুলি চিনাকি দি আপুনি মোক ব্লেকমেইলিং (Blackmailing) কৰিব খুজিছে। মোৰ নাম প্ৰবীণ দত্তচৌধুৰী বুলি আপুনি নাজানে?”

“জানো। আপোনাক মই ব্লেকমেইলিং কৰিব খোজা নাছিলো। কেৱল এটা সত্য গোপন কৰি লোকচক্ষুৰ আগত নিজৰ সন্মান বচাব-লৈকেহে আপোনাৰ নামটো ব্যৱহাৰ কৰিছিলো। আমাৰ সমাজত এগৰাকী গাভৰু বিধবা আৰু স্বামীৰ ঘৰ এৰি অহা নাৰীৰ পদে পদে কিমান ভয়, শঙ্কা, বিপদ আপুনি নিশ্চয় জানে।”

"তেনেহলে এইদৰে আপোনাৰ সন্মান বচাবলৈ, মোক আপুনি অসন্মান-জনক পথলৈ ঠেলি দিব খুজিছিল। নাই, নহব।" —মানুহজন খণ্ডত উত্তেজনাত কঁপিবলৈ ধৰিলে। "আপুনি কাইলৈকে গুচি যাওকগৈ।"

"মিঃ চৌধুৰী শুনক"—তাইৰ কাতৰ উক্তি আওকাণ কৰি "মোৰ সকলো শুনা হৈ গ'ল—আপোনাক কালিৰ পৰা ইয়াত নেদেখিলেই ভাল পাম" —বুলি মানুহজন ধুমুহাৰ গতিৰে আঁতৰি গ'ল।

দত্তচৌধুৰীৰ বৃদ্ধা মাকক তাই সকলো বুজাই ক'লে।··বহুপৰ নিতাল মাৰি থাকি বৃদ্ধাই ক'লে—"মোৰ একো কৰাৰ উপায় নাই আই। সি বৰ আঁকোৰগোজ। এমা-ডিমা ল'ৰা-ছোৱালীহাল এৰি বোৱাৰী-জনীয়ে চকু মুদাৰ পাছত আমি তাক কিমান বুজালো—সি নিজৰ মতেত অনৰ-অচৰ হৈ থাকিল। 'বিয়া মানুহৰ জীৱনত এবাৰেই হয়'—সেয়া তাৰ শেষ কথা। তোমাক যাবলৈ কৈছে যেতিয়া তোমাক ধৰি ৰখাৰ কোনো উপায় নাই।"

'বিয়া মানুহৰ জীৱনত এবাৰেই হয়'—কাৰণেইতো ছন্দিতাই এইদৰে তাইৰ বৈবাহিক জীৱনৰ সাক্ষী সপোনক ডাঙৰ কৰিবলৈ বিচাৰিছিল। কিন্তু 'ভুলেৰে ভুল শুধৰাব নোৱাৰি'—আজি যেন এক চৰম সত্য উপলব্ধি কৰিলে ছন্দিতাই।

"মই এতিয়া নিৰুদ্দেশ পথৰ এক যাত্ৰী। সপোন নথকা হ'লে মৃত্যুৰেই এই অভিশপ্ত জীৱনৰ পৰিসমাপ্তি ঘটালোহেঁতেন। এতিয়া অকলে কোনপথে আগুৱাম—নাজানো। পাৰ হৈ যোৱা আৰু আহিব ধৰা দুটা জীৱনৰ সন্ধিপথত বাট বিচাৰি হাবাথুৰি খোৱা আজি মোৰ পৰিচয়—এক দিশহাৰা যাত্ৰী।"—ছন্দিতাই এইদৰে চিঠিখন সামৰিছিল।

এবাৰ দুবাৰকৈ কেবাবাৰো পঢ়াৰ পাছত চিঠিখন জাপিবলৈ লৈছো। ছন্দিতাই এতিয়া কি কৰা উচিত বুলি মই ভাবো—তাৰ উত্তৰ দিবলৈকো তেওঁ এতিয়া ক'ত মই নেজানো। তেওঁৰ জীৱনৰ আলি কেকুৰীৰ দুদিনৰ সন্নিধ্যৰে এৰি থৈ যোৱা মই কেৱল অসহায় বিহ্বলতাৰে তেওঁৰ মুখখন বাৰে বাৰে মনত পেলাইছো আৰু বাৰে বাৰে বেদনা-বিধুৰ সেইখন মুখৰ কপালত ৰঙা সেন্দুৰৰ ডাঙৰ কোটটোহে ক্ৰমাৎ মোৰ চকুত এটা বিৰাট আকাৰ লৈ শূন্যতে বিলীন হৈ যাব খুজিছে। □



# স্মৃতিৰ চকুলো

আলিমুন্ নিছা পিয়াৰ

ডলী বাইদেউ স্কুলত মোতকৈ ছিনিয়ৰ আছিল। ঘৰো ভালেখিনি নিলগত। কেনেকৈ কেতিয়া যে আমি ওচৰ চাপি আহিছিলো, নেজানো। ডলী (তেতিয়া হাজৰিকা), কমলী (ভুঞা), গীতা (চক্ৰৱৰ্তী), তুলতুল (ভৰালী) এই চতুৰ্ভুজে তেতিয়া স্কুলীয়া উৎসৱ-পাৰ্বণ জম্‌জমাট্ কৰি ৰাখে। ৰবীন্দ্ৰ জন্মোৎসৱ হ'ক, প্ৰবেশিকা পৰীক্ষাথীৰ বিদায় উছৱেই হ'ক সকলো দায়-দায়িত্ব নিয়াৰিকৈ পালন কৰা কৰ্মী এইজাকেই।

স্কুলৰ তোড়া বন্ধা আৰু 'প্ৰীতি ওলগনি'ৰ প্ৰতিলিপি প্ৰস্তুত কৰাৰ ভাৰ তলৰ শ্ৰেণীৰ ছাত্ৰীসকলক দিয়া হয়। তেনেতে নতুনকৈ অহা আভা-ইভা নামৰ দুই বাই-ভনী আমাৰ আলোচ্য বিষয় হৈ পৰিছিল। 'আভা বাইদেউ' ডলী বাইদেউহঁতৰ গ্ৰুপত সোমাই পৰিছিল। তাতে তেওঁ নৃত্যতো পটু। ইভাই ভাল আবৃত্তি কৰে আৰু ৰসৰ ভঁড়াল। আমাৰ দলো গধুৰ হ'ল। আমাৰ দলৰ নাম 'কামধেনু'!

সাংস্কৃতিক কাৰ্য্যসূচীত ভাগ লোৱা, খেল-ধেমালিত যোগ দিয়া এই কেগৰাকী খোলামনৰ বাইদেৰে আমাৰ মনত প্ৰীতিৰ যি চাপ বহুৱাইছিল, পিছলৈ শুভাকাংখী ৰূপে সি স্থায়ী হৈ ৰ'ল।

অভিনয় প্ৰতিভা ডলী বাইদেউৰ 'সহজাত' আছিল। কিন্তু যি কাৰণে মই আজি স্মৃতিৰ চকুলো দুধাৰি মছি বাইদেউৰ বিদেহী আত্মাৰ সদগতি কামনা কৰিছো----সেয়া হ'ল তেওঁৰ আন্তৰিকতা, আতিথ্য আৰু মোৰ উন্নতি প্ৰাপ্তিত তেওঁৰ সন্তুষ্টি!

বিবাহোত্তৰ জীৱনত আমি অনাতাঁৰ নাটকত ভাও লোৱা, গীত-মাত ৰচনা কৰা, শিশু মহিলা বিভাগৰ প্ৰয়োজনাত থকা কালত তেওঁ খুচি-নাটি কথালৈ লক্ষ্য ৰাখিছিল। মোপাচাৰ 'নেকলেচ'খনৰ অনাতাঁৰ নাট্যৰূপত দুটামান সৰু খুতলৈ আঙুলিয়াই দি কৈছিল —তই বৰ লৰালৰিকৈ কামবোৰ কৰিবলগীয়া হয় যে, সেই কাৰণেই এই ক্ষুদ্ৰ কথাবোৰ কেতিয়াবা এৰাই যায়। তথাপি জানইতো ত্ৰুটিবোৰ ক্ষুদ্ৰ হ'লেও তুচ্ছ নহয়। হব দে, আগলৈ সাৱধান হ'লেই হ'ল ঃ

মোৰ চাকৰি কালছোৱা সঁচাকৈয়ে প্ৰতিযোগিতাৰ আছিল। কাণ সজাগ, সচেতন বুদ্ধিজীৱিৰ সমালোচনাৰ ৰোষত পৰি লেখা-মেলা বিসৰ্জন দিওঁ বুলি ভাবি তেওঁ আগতীয়াকৈ সকিয়ানি দিছিল।

এম, এ পঢ়িবলৈ মোৰ স'ত থাকিলেও শক্তি নাছিল। নিউমোনিয়াত ভুগি উঠিছিলো। 'গলব্লাডাৰ' অপাৰেচন হৈ গৈছে। 'জান-জুৰি'ৰ (আমাৰ ডাঙৰ ল'ৰা-ছোৱালীহাল) দায়িত্বও আছে। লেখা-মেলা, আলোচনী, অনা-তাঁৰৰ বাবে থকা দায়বদ্ধতা আছিল। ডলী বাইদেৱে প্ৰস্তাৱ দিলে----''সংক্ষিপ্ত পাঠ্যক্ৰমত তিনিমাহ এবাধৰাকৈ ক্লাছ কৰিম বাছি বাছি। ডঃ বৰুৱাৰ (বিৰিঞ্চি কুমাৰ বৰুৱা) পৰা তই পামিচনটো লৈ লবি। আমাৰ গাড়ীখন আছেই। দুটা হৰ্ণ বাজিব। দীঘলীয়া হৰ্ণটো পৰিচিত হৈ পৰিছিল। শান্তিপুৰৰ বেলৰে গেটটো পাৰ হৈ গলোঁ যদি গলোঁ। নহলে ভূতনাথৰ গেটটো পাৰ হৈ মই গাড়ী ধৰিম। ৰৈ থাকোঁ পাচ মিনিট দহ মিনিট। ড্ৰাইভাৰ গুৰুচৰণে বেলেগ কায়দাত হৰ্ণ বজায়। ঠিক সময়তে মই ওলাওঁগৈ। পিছলৈ মোৰ প্ৰস্তাৱমতে গুৰুচৰণক আমি চাহকাপৰ পইচা দি নোটবুক আৰু হিন্দী পাঠ্যক্ৰম দি ইউনিভাৰ্চিটিৰ গছৰ তলত পাঠ গ্ৰহণৰ নিয়োজন' দিলোঁ। চাবি বাইদেউৰ হাতত।

সমস্যা আছিল----'পালিপ্ৰাকৃত' মই নাজানো। ডলী বাইদেউৰ 'ভতিজা' বিজয়ে পাঠ্যক্ৰমৰ প্ৰতিলিপি আৰু পঞ্চম কাকতৰ 'পালি-প্ৰাকৃত' 'কপি' কৰি দিলে। সমাধান হ'ল এই পৰ্বৰ।

শনিবৰীয়া গঞ্জাঁ আইসকলৰ মেললৈ মই যাব লাগে। সন্ধিয়াৰ প্ৰগ্ৰেম। ইউনিভাৰ্চিটিৰ ক্লাছৰ পৰা বাইদেৱে ঘৰলৈ আহিবলৈ নিদিয়ে। বাহিৰে বাহিৰে তেওঁৰ ঘৰলৈ লৈ যায়। আৰম্ভ হয় জলপান পৰ্ব। মই কেতিয়াবা খং কৰোঁ। তই এই অনুষ্ঠান সদায় কৰ, মোৰ বেয়া লাগে। তেওঁ নুশুনে। আনকি প্ৰগ্ৰেম পলম হয় বুলি লৰালৰি কৰিলেও ক'ব---ৰচচোন, ভাজিখনত অকণমান 'অন্নপূৰ্ণা' (ঘিউ) দিলেহে জুতি উঠে। ঘামত তিতি থকা ব্লাউজটো সলোৱাৰ কথা কৈ হাঁহে! তোৰ অৱয়ৱ মোতকৈ বহল! চাদৰ অৱশ্যে জোৰকৈয়ে সলাবলগীয়া হয়।

তথাপি সমস্যা হয়। আমাৰ ঘৰত আলহী-দুলহী আৰু নানা হৈ-হাল্লা। ডলী বাইদেৱে বুধি দিলে---এক কাৰ কৰ। ৰাজবালা বাইদেউৰ পামিচন লৈ সন্দিকৈ হোষ্টেললৈ এমাহমানৰ কাৰণে গুচি আহ। আমি লগ লাগি আলোচনা কৰি পঢ়িম। সেইমতে এমাহ থাকিলো।



শ্ৰেণীত নাহাৰ, কৃষ্ণজুন, ৰাণু (এতিয়া পি, আই, বিৰ বিষয়া) অলি, মামণি, অঞ্জলিহঁতৰ উল্লাস। আমি দুজনী বিবাহিতা মহিলা। মাজে মাজে আমি দুজনী গহীন হৈ দিওঁ। সিহঁতে ওফোন্দ পাতে।

মোৰ ক্লাছ খতি হয় প্ৰায়ে। বাইদেৱে অভিযোগ কৰে---তাই নাই। মই বৰ 'মিচ' কৰোঁ। পাঠ্যাংশত কিবা তৰল বিষয় সাঙোৰ খাই পৰিলে তাইৰ কাণৰ লতি ৰঙা পৰে।

প্ৰগ্ৰেমৰ শেহত চিড়িয়েদি নামি আহোঁতে তালুকদাৰ দাদাই ডলী বাই-দেৱে পঢ়িবলৈ ওলাইছে বুলি খবৰ দি যোগাযোগ কৰি দিয়াইছিল। যিদৰে এদিন প্ৰযোজনাৰ চাকৰিৰ বিজ্ঞাপনৰ প্ৰতিলিপি এটিও হাতত তুলি দিছিল।

জীৱনৰ উঠা-নমাত খা-খবৰ লোৱা, হৰ্ষ-বিষাদত ভাগীদাৰ হিচাবে এই পৰিয়ালটো আমাৰ লগত একাত্ম হৈ পৰিছিল। শেহতীয়াকৈ ডলী বাইদেৱে কুমালৰ মুঠিত 'আজুৱাইন' বান্ধি থবলৈ নিৰ্দেশ দিছিল। মাতিছিল---আহিবিচোন। তই বহাকৈ আহিবলৈ এৰিলি। ভীমকলৰ (আঠীয়া) গা-গছ জোপাত ফুটা এটা কৰি পলিথিনিৰ সৰু পেকেটত থোৱা কৰ্পূৰৰ অকণ দি নিঃসৰণখিনি সঞ্চয় কৰিবলৈ শিকাই দিছিল। ডায়েবিটিচৰ হেনো মহৌষধ।

মন মাৰি থকা বা এলেহৱা হৈ থকা এদিনো তেওঁক নেদেখিলো স্বামী শ্ৰীফণী তালুকদাৰৰ প্ৰতি আন্তৰিক শলাগ জনাই কৈছিল গতিয়েই জীৱন, বিৰতিয়েই মৃত্যু।

মই ৰোগ-ব্যাধিত ভুগিলে, হতাশ হবলৈ নিদি কয়---চা, শ্বাসগ্ৰহণ সহজ নোহোৱা স্বত্বেও আমি কিমান কষ্ট কৰোঁ। এজমাত কষ্ট পালেও----'পাম্প'ৰ প্ৰয়োগ কৰি কেনেকৈ কৰ্মতৎপৰ হৈ থাকে দেখুৱায়।

কিছুবছৰ আগতে উড়িয়া কবি সুজাতা প্ৰিয়ম্বদা পিতৃ সহিতে গুৱা-হাটীলৈ আহোঁতে মোৰ তালৈ পঠিয়াই দিয়ে। সুজাতাই World's whom who it waveত মোৰ ফটো আৰু Bio-data প্ৰকাশৰ বাবে পঠিয়ায়। ডলী বাইদেউৰ কি স্ফূৰ্তি। পিছত মই সাহিত্যিক পেন্সন পাওঁতেও ওলগ জনাইছে।

এদিন 'চিত্ৰাঙ্গদা' মহিলা আলোচনীৰ উন্মোচনী উছৱৰ পৰা আহোঁতে থাপ মাৰি ধৰি ক'লে---অ'ই! ফোন কৰিবি। তইতো আহিবলৈ এৰিলি।

ফোনৰ নং তালুকদাৰ দাদাই কেতিয়াবাই দি থৈছিল। ফোন কৰা নহ'ল। দুপৰীয়া জিৰণিৰ সময়ত ডিস্টাৰ্ব নকৰো বুলি ভাবিও ফোন কৰা নহয়। আৰু সিদিনা যদি গুলৰ গাড়ীয়ে মোক থৰলৈ বৈ নাথাকিলহেঁতেন, বৰষুণ বতৰ নহ'লহেঁতেন, সন্ধিয়া মই ডলী বাইদেউক এৰি থৈ খপ্‌জপ্‌কৈ নাহিলোহেঁতেন। বন্ধুবৰ্গৰ কুশল মঙ্গলৰ ধাৰাবিৱৰণী এতিয়া আৰু মোক কোনে দিব ?

নাজানো হঠাৎ এৰি থৈ যোৱা ডলী বাইদেউৰ এই বিয়োগ অনু বাই-দেৱে কেনেকৈ গ্ৰহণ কৰিব ? একো জাননী নিদিয়াকৈ এই বিৰাট গোষ্ঠী বন্ধুবৰ্গক এৰি ডলী বাইদেউ কিন্তু সঁচাকৈয়ে গ'লগৈ ! আজি শান্তি কামনাৰ এটুপি চকুলোৰ বাহিৰে আৰু একো নাই দিবলৈ। □



# ন-বৌৰ স্মৃতিত অশ্ৰু-অঞ্জলি

গণেশ দাস
সাংবাদিক আৰু অধ্যক্ষ,
বৰপেটা বিদ্যাপীঠ।

মানুহ মৰণশীল। এই কথা জানিও মানুহে নিজৰ আপোনজন মৰিলে অসহনীয় দুখ অনুভৱ কৰে। ----ডলী নবৌৰ মৃত্যুৰ দুঃসম্বাদটো সিদিনা ২৭ নৱেম্বৰৰ দূৰদৰ্শনৰ আঞ্চলিক বাতৰিত যেতিয়া ঘোষিত হৈছিল, মই অন্তৰত অসহনীয় বেদনা অনুভৱ কৰিছিলো। অকল ময়ে নহয়, আমাৰ পৰিয়ালৰ আটায়ে অপ্ৰত্যাশিত বাতৰিটো শুনি মৰ্মাহত হৈছিল। মোৰ অগ্ৰজ প্ৰতীম দাদা, শ্ৰীযুত ফণী তালুকদাৰৰ লগত তেজৰ সম্পৰ্ক নাই যদিও, তেওঁৰ লগতে নবৌ-ডলী তালুকদাৰৰ লগত মোৰ লগতে মোৰ পৰিয়ালটোৰ এক নিবিড় আত্মীয়তা গঢ়ি উঠে। ১৯৬৬ চনত দৈনিক অসমৰ মাধ্যমত শ্ৰীযত তালুকদাৰৰ সান্নিধ্যলৈ আহিছিলো, আৰু ১৯৬৮ চনত তেওঁৰ 'হায়ৰে মোৰ মলুৱাৰে' নামৰ অনাতাঁৰ নাটখনিক চিত্ৰ ৰূপ দিয়াৰ পৰিকল্পনা কৰে। ছবিখনি নিৰ্মাণৰ স্বাৰ্থত সঘনে তেওঁৰ ঘৰলৈ আহ-যাহ কৰিব লগা হয়, আৰু তেনেকৈ নবৌৰ সান্নিধ্য লাভৰ সুযোগ পাওঁ। আমাৰ প্ৰথম চিনাকীতে সন্তানহীনা হৈও মাতৃৰ চেনেহৰ-বান্ধোনেৰে আনক আবদ্ধ কৰিব পৰা স্নেহশীলা মাতৃৰ ৰূপ ডলী-নবৌৰ ব্যৱহাৰত উপলব্ধি কৰিছিলো। আৱশ্যকতকৈ অলপো বেছি কথা নোকোৱা, বহু জ্ঞানৰ অধিকাৰী হৈও জনা বুলি জাহিৰ নকৰা স্বভাৱ আৰু গহীন-গম্ভীৰ আচৰণ দেখি আমি ন-বৌৰ লগত সাবধানে কথা-বতৰা পাতিছিলো আৰু সদায়ে সমীহ কৰিছিলো। বৰপেটাৰ কুৰিজন লোকৰ পৰা অৰ্থ সংগ্ৰহ কৰি নিৰ্মাণ কৰিবলৈ লোৱা 'অপৰাজেয়' ছবিখনৰ নিৰ্মাণ কাৰ্য্য চলি থকা সময়ত অৰ্থ কড়িৰ সংকটৰ বাবে যেতিয়া আমাৰ উৰা-দিহ নোপোৱা অৱস্থা হৈছিল, আৰু আন প্ৰকাৰৰ পৰিপন্থী পৰিস্থিতিৰ সন্মুখীন হৈছিলো---তেতিয়া ন-বৌৰ আশ্বাস আৰু উপদেশে আমাক উৎসাহ যোগাই-ছিল। তদুপৰি বোম্বাইৰ পৰা অহা শিল্পী ৰাখী, কলিকতাৰ পৰা অহা সঙ্গীত পৰিচালক শ্ৰীসলিল চৌধুৰী আৰু তেওঁৰ পৰিয়ালৰ খো-মেলাৰ ভাৰ লৈ ন-বৌৱে আমাক যথেষ্ট সকাহ দিছিল। দাদাৰ পৰিচালনাত নিমিত বিভ্ৰাট

আৰু মানস কন্যাৰ আঁৰত থাকি ন-বৌৱে যোগোৱা অৱিহণাৰ কথা মই কাহানিও পাহৰিব নোৱাৰো। ---মোৰ দৃষ্টিত দাদা আৰু ন-বৌৰ সম্পৰ্ক অতি মধুৰ আৰু গাঢ় আছিল। দাদা কাম-কাজত কিছু বিশৃংখল আৰু আনহাতে ন-বৌ আছিল অতি পৰিপাটি। সেই ক্ষেত্ৰত ন-বৌৱে দাদাৰ ওপৰত মৃদুভাৱে শাসন চলাইছিল। আমি যেতিয়া অসমীয়া ছবি নিৰ্মাণৰ দৰে জটিল কামত ব্যস্ত হৈছিলো, তেতিয়া ন-বৌয়ে প্ৰায়েই মোক সঁকিয়াই দিছিল---"দদায়েৰাক চাবা, তেওঁ বে-হিচাবী।" নাইবা আমি কেতিয়াবা বাহিৰলৈ ওলালে কৈছিল---গণেশ, তুমি থাকিলে মোৰ চিন্তা কমে। নহলে বৰ চিন্তা হৈ থাকে।'

ন-বৌৱে দাদাৰ ক্ষেত্ৰত মোৰ ওপৰত ভৰসা কৰা কথাটোৰ এটা ঘটনাৰ পৰা স্পষ্ট প্ৰমাণ পাওঁ। অপৰাজেয়ৰ ছুটিঙৰ বাবে বোম্বাইৰ পৰা আহি বৰপেটাত থকা সময়ত ৰাখী বিশ্বাসে যাতে কোনো অসুবিধা নেপায়, তাৰ প্ৰতি লক্ষ্য ৰাখি ৰাখীৰ আৱৰ্ত ভৱনত থকা-মেলাৰ আৰু নিৰাপত্তাৰ ব্যৱস্থা কৰা হয়। সেই দিন কেইটাও দাদা বৰপেটাতে থাকে। ছুটিং সমাপ্তিৰ পিছত ৰাখী গুছি যোৱাৰ পিচত হঠাতে এদিন অতি বেজাৰ মনে দাদাই ক'লে যে তেওঁৰ বদনাম উলিয়াই বৰপেটাৰ পৰা কোনোবাই ন-বৌলৈ বেনামী চিঠি লিখিছে। মই লাজ পালো। সেই দিন কেইটাত দাদাৰ লগত ছাঁটোৰ দৰে এখন্তেকো এৰা-এৰি নোহোৱাকৈ লাগি আছো। তেওঁৰ দৰে মানুহক বদনাম দিয়াৰ অন্তৰালত কাৰ হাত থাকিব পাৰে ভাবি নেপাওঁ। তেওঁলোকৰ ঘৰুৱা জীৱনত ভুল বুজাবুজি হোৱাৰ আশংকা কৰি তাৰ পিছতে ন-বৌৰ ওচৰ পাইছিলো। মই জানো, অলপ কথা কোৱা ন-বৌৱে সেই প্ৰসঙ্গ মোৰ ওচৰত নুলিয়ায়। সেয়েহে ময়ে তেওঁক সুধি বেনামী চিঠিখন পাই তেওঁৰ মনৰ প্ৰতিক্ৰিয়া জানিব খোজাত তেওঁ এটি উজ্জ্বল হাঁহি মাৰি কৈছিল---তোমাক মই কৈছোৱে দেখোন, তেওঁ তোমাৰ লগত থাকিলে মই নিশ্চিন্ত থাকো।

--- বহুদিন বিভিন্ন ব্যক্তিগত ব্যস্ততাৰ বাবে দাদা, ন-বৌৰ পৰা নিলগত আছিলো। আনকি ন-বৌ দুৰ্ঘটনাত পতিত হৈ হাড় ভগা সময়তো মই খবৰ লব পৰা নাছিলো। ন-বৌৰ মৃত্যুৰ মাত্ৰ এসপ্তাহ পূৰ্বে গুৱাহাটী শিল-পুখুৰীত থকা দাদা আৰু ন-বৌৰ সন্মুখত হঠাৎ উপস্থিত হওঁতে মহিমাময়ী, মাতৃ-স্বৰূপা ন-বৌৰ আদৰভৰা মাতে মোৰ অন্তৰ স্পৰ্শ কৰিছিল। তেওঁৰ বিপদৰ সময়ত খবৰ নোলোৱা বুলি সামান্যও খেদ প্ৰকাশ নকৰিলে। তেওঁৰ মৃত্যুৰ বাতৰিটো শুনি লগে লগে ভাব হৈছিল---"মোক পৰাজিত কৰি ন-বৌ যেন গুছি গ'ল।।"



# ডলী বাইদেউ

দ্বিজেন ফুকন

হাতত কলম-ডাল লৈ কি লিখিম ভাবি থাকোতেই মনত পৰি গ'ল স্কুলীয়া জীৱনটোলৈ। আমি তেতিয়াই Shakespeare পঢ়িব লাগিছিল। কিতাপখনৰ নাম আছিল "Shakespeare retold by Thomas Carter"। কোন কাহানিতে চুৰিয়া পিন্ধা গাঁৱৰ শিক্ষকে পঢ়োৱা Shakespeare ৰ অমৰ সৃষ্টিবোৰ মানস পটত আজিও জিলিকি আছে। ডলী বাইদেউৰ কথা ভৱাৰ লগে লগে মনলৈ আহিছিল The Tempest ৰ Miranda লৈ। একে যেন সেই চৰিত্ৰ, একে যেন সেই ভাৱ, চিন্তা আৰু কাম। Mirandaৰ কথাখিনিয়ে যেন ডলী বাইদেউৰ কথা আৰু সেই একে ভাৱ আৰু কাম।

"If by your art, my dearest father,
you have put the wild waters in this roar,
allay them.
The sky, it seems, would pour down stinking
pitch,
But that the Sea, mounting to the welkin's
cheek, dashes the fire out.
O ; I have suffered with those that
I saw suffer a brave vessel.
Who had no doubt some noble creature in her.
Dash'd all to pieces, O ! the Cry did knock
Against my very heart. poor souls,
they perish'd.
Had I been any god of power,
I would have sunk the sea within the earth,
Or ere it should the good ship so have swallow'd,
And the fraughting souls within her."

মোৰ জন্ম হৈছিল উজান বজাৰ যোৰপুখুৰী পাৰৰ উগ্ৰতৰা মন্দিৰৰ একেবাৰে ওচৰতে। তাতেই অতিবাহিত হৈছিল বাল্যকালৰ পৰা চাকৰি

আৰম্ভণী দিনলৈ। আমাৰ ঘৰৰ দক্ষিণলৈ ঠিক স্বৰ্গীয় কনকলাল বৰুৱা দেৱৰ বাসভৱনৰ ওচৰতে ডলী বাইদেউহঁতৰ ঘৰ। তেখেতৰ সহোদৰ পোনাকণ (শ্ৰীকুমুদেশ্বৰ হাজৰিকা) মোৰ বাল্যবন্ধু আৰু একেলগে ডাঙৰ হৈছিলো। ডলী বাইদেউহঁত আছিল সকলো সামাজিক কামতে আগৰণুৱা আৰু লোকৰ দুখত দুখী হোৱা লোক। ডলী বাইদেউৰ লগৰীয়াসকল আছিল সুবিখ্যাত লেখিকা—নিৰুপমা বৰগোহাঁই, তুলতুল বৰুৱা আৰু কমলি ভূঞাঁ (স্বৰ্গীয় সূৰ্য্য কুমাৰ ভূঞাঁদেৱৰ ছোৱালী) আদি। কুমাৰ ভাস্কৰ নাট্য মন্দিৰত তেখেতসকলে এবাৰ শকুন্তলা নাটকখন মঞ্চস্থ কৰিছিল আৰু সেই নাটকখনিৰ চৰিত্ৰ ৰূপায়ণ ইমান জীৱন্ত আছিল যে ইমান যুগৰ পিছতো মই পাহৰিব পৰা নাই। শকুন্তলা হৈছিল কমলি ভূঞা আৰু সখী প্ৰিয়ম্বদাৰ ভাওটো ৰূপায়িত কৰিছিল ডলী বাইদেৱে। কি সুন্দৰ অভিনয় তাক লিখি বুজাব নোৱাৰি। ডলী বাইদেউ আজি নাই।
গীতাত কোৱাৰ দৰে----

যং যং ব্যাপি স্মৰণ্ ভাবং ত্যজত্যন্তে কলেবৰম্।
তং তমেবৈতি কৌন্তেয় সদা তদ্ভাব ভাবিতঃ॥

যি জনে যি ভাৱ লৈ প্ৰাণ ত্যাগ কৰে, তেওঁ সেইভাৱে প্ৰাপ্ত হয়। আজি অসম আৰু অসমবাসীৰ অতি দুৰ্য্যোগৰ দিনত বহু ডলী বাইদেউৰ প্ৰয়োজন। যাতে অসমৰ যুৱক-যুৱতীসকলক এন্ধাৰৰ বাট পৰিহাৰ কৰাই পোহৰৰ বাটলৈ আনিব পাৰে। শেষত বেজবৰুৱাদেৱৰ কথাৰে সামৰো---

"ভাঙি গ'ল বীণখনি
ছিঙি গ'ল তাঁৰ।
বৈ গ'ল মাথোঁ তাৰ,
অমিয়া জোঁকাৰ॥" □



# স্নিগ্ধ সান্নিধ্যৰ কৰুণ স্মৃতিত

জ্যোৎস্না দেৱী ভাগৱতী

সূক্ষ্ম অনুভূতিৰ গৰাকী কোমল হৃদয়ৰ সেই গৰাকী ডলী তালুকদাৰ বাইদেউ আমাৰ মাজৰ পৰা হঠাৎ কাকো কোনো ইঙ্গিত নিদিয়াকৈ গুচি গ'ল - - - বহুত দূৰলৈ - - -য'ত আৰু তেখেতৰ মিঠা সান্নিধ্য পোৱাৰ কোনো আশা নাই। এতিয়া তেখেত হ'ল সুবাসিত কৰুণ স্মৃতি ! শান্ত মিঠা হাঁহিৰ, অপূৰ্ব জীৱন উপলব্ধিৰে সমৃদ্ধ এক বিশেষ কলাসুলভ ব্যক্তিত্বৰ অধিকাৰী আছিল আমাৰ ডলী বাইদেউ। আমাৰ শিক্ষয়িত্ৰী (ভাগ্যৰ বলত যাক সহকৰ্মী হিচাপেও পালো) ডলী বাইদেউৰ আমাৰ বিদ্যালয়খন — তাৰিণী চৌধুৰী চৰকাৰী উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়খন আছিল নীৰৱ কৰ্মভূমি। এইখন বিদ্যালয়লৈ বাইদেৱে ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ গৌৰৱ কঢ়িয়াই আনিছিল প্ৰথম বাৰৰ বাবে। শিক্ষকতাৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ লোৱা এই গৰাকী বাইদেউৰ মাজত থকা মাতৃসুলভ মৰম, শিক্ষা দানৰ গভীৰ আন্তৰিকতা যিসকল ছাত্ৰীয়ে লাভ কৰিছে সেইসকলে হয়তো কেতিয়াও পাহৰিব নোৱাৰিব। কথা-বতৰা, সাজ-পোছাক, চাল-চলন সকলোতে কিবা এক কোমল নান্দনিক স্পৰ্শ অনুভৱ কৰিছিলো। শ্ৰেণীত মন্ত্ৰমুগ্ধ হৈ বাইদেউৰ অসমীয়াৰ পাঠ বুজিছিলো। প্ৰতিটো কবিতাৰ, প্ৰতিটো গদ্যৰ গভীৰ অন্ত-স্পৰ্শী বিশ্লেষণে আমাক লৈ গৈছিল কবিৰ, লিখকৰ কল্পনাভূমিলৈ - - -। ভাৱধাৰাৰ সৈতে নিবিড় হ'বলৈ আমি বাধ্য হৈছিলো। পৰম তৃপ্তিৰে সেই শ্ৰেণীৰ, সেই পাঠৰ সোৱাদ লভিছিলো।

ভাৱপ্ৰৱন বাইদেউ সদায় আনৰ দুখত সমভাগী হৈছিল, উপলব্ধি কৰিছিল, সঁহাৰি দিছিল, সহানুভূতিৰে প্ৰেৰণা দিছিল। অসমীয়া নাৰীৰ গৌৰৱ এই গৰাকী শিক্ষয়িত্ৰী অকল শিক্ষয়িত্ৰীয়েই নহয় সাহিত্যিক, বিশেষকৈ গল্পকাৰ, অনাতাঁৰ কেন্দ্ৰৰ ঘোষিকা, গায়িকা, অভিনেত্ৰীও আছিল। হয়তো তেখেতৰ স্বামী শ্ৰীযুত ফণী তালুকদাৰ ভিনদেউৰ সান্নিধ্যৰ প্ৰেৰণাৰে বাইদেউ অধিক বিকশিত হৈছিল। মুঠতে সমাজ সেৱাৰ সকলো দিশতে তেখেতৰ জ্ঞানৰ সুবাসেৰে আনক দিছিল জ্ঞান, প্ৰেৰণা আৰু গভীৰ জীৱনবোধ। বাইদেউৰ সান্নিধ্যত আমি বুজিছেলো 'নিজৰ দুখেই সমগ্ৰ দুখ নহয়—' নিজৰ সুখেই চৰম সুখ নহয়' জীৱন উপলব্ধি কৰা মানবীয় অনুভূতিক শ্ৰদ্ধা কৰা আৰু মহীয়ান হোৱা। এই মহান শিক্ষয়িত্ৰী গৰাকীৰ পবিত্ৰ স্মৃতিত মোৰ গভীৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলো। ●

# জাতস্য হি ধ্রুৱো মৃত্যুঃ

ডঃ বিশ্বনাৰায়ণ শাস্ত্ৰী

জন্মিলে মৰণ আছে বুলি সকলো মানুহে জানে, তথাপি মানুহৰ মৃত্যু ভয় অতিশয় প্ৰবল। আনহাতে আকৌ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ-সকলেও নিজৰ প্ৰিয়, পৰিচিতজনৰ মৃত্যুত শোকাকুল হয়। এয়ে মানৱৰ হৃদয় বৃত্তি। হৰ্ষ-শোক, সংযোগ-বিয়োগ নাথাকিলে, আবেগ-মমত্বৰ অভাৱ হ'লে সংসাৰ এক যান্ত্ৰিক প্ৰক্ৰিয়া হৈ পৰিব। জৈৱিক বাসনাই ৰোগগ্ৰস্ত বিকলাঙ্গ, মুমূৰ্ষু জনকো জীয়াই থকাৰ প্ৰেৰণা দিয়ে। আলৰ বুঢ়া-বুঢ়ীৰ মৃত্যুতো পৰিয়ালবৰ্গই শোক অনুভৱ কৰে। সৰ্বগ্ৰাসী কালৰ বুকুত বিৰাজ-মান এটি মানৱ চিৰকালৰ বাবে নোহোৱা হয়। আচৰিত নহয় নে ?

অহন্যহনি ভূতানি গচ্ছন্তি যম মন্দিৰম্ ।
শেষাস্ স্থিৰত্বমিচ্ছন্তি কিমাশ্চাৰ্য্যমতঃ পৰম্ ॥

মানুহৰ হৃদয় বৃত্তিয়েই সম্ভৱতঃ পৃথিৱীত আটাইতকৈ আচৰিত বস্তু, যাৰ গতি-প্ৰকৃতি কোনো নিয়মৰ অধীন নহয়।

সংযোগত সুখ, বিয়োগত দুখ বুলি সংসাৰ চক্ৰৰ প্ৰকৃতিলৈ লক্ষ্য কৰিয়েই তথাগতে কৈছিল। যুক্তিবাদীয়ে আকৌ যুক্তিৰে বুজাব খোজে যে শোক-দুখো হৰ্ষ-আনন্দৰ দৰেই অজ্ঞতাপ্ৰসূত মনোবৃত্তিৰ প্ৰকাশ মাত্ৰ---বাস্তৱ নহয়। নহ'লেনো এজনৰ বিয়োগত অনুভূত শোক দিন বাঢ়ি যোৱাৰ লগে লগে কমি যায় নে ? যিজনৰ বিয়োগ হ'ল---সেইজনৰ অভাৱ দিন পৰৰণি হৈ যোৱাৰ লগে লগে বেছি হৈ যোৱাটো স্বাভাৱিক ৰীতি আৰু বিয়োগৰ ভাৱ বেছি হৈ গ'লে শোকো দিনে দিনে বেছি হৈহে যাব লাগিছিল ; কিন্তু এই সংসাৰত দেখা যায় দিন বোৰ পাৰ হৈ যোৱাৰ লগে লগে শোক-বেজাৰ কমিহে যায়. গতিকে শোক-বেজাৰ উপৰুৱা- - - - -

এইদৰে নিয়তিৰ অমোঘ শাসনৰ পৰিপ্ৰেক্ষিতত মানুহে নিজক আৰু আনক শান্ত্বনা দিয়াৰ চেষ্টা কৰি আহিছে----কিয়নো মৃত্যুত তাৰ বাহিৰে কিবা কৰিব পৰা শক্তি মানুহে এতিয়াও আহৰণ কৰিব পৰা নাই।

সাহিত্য-সঙ্গীত-নাট্য সকলোতে নিজৰ প্ৰতিভাৰ স্বাক্ষৰ থৈ যোৱা শ্ৰীযুতা ডলী তালুকদাৰৰ বিয়োগৰ আকস্মিকতাই সকলোকে মৰ্মাহত কৰিছে।



# ডলীৰ কথা মনত পৰে

ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

ডলী তালুকদাৰক মই ডলী বুলিয়েই জানো। ডলী শব্দটো ইংৰাজী আচলতে 'ডল' বা পুতলা। ডলী শব্দটো সৰু ল'ৰা-ছোৱালীয়ে "ডল"ৰ সলনি ব্যৱহাৰ কৰে। বোধহয় কবি বাপেকে জীয়েকৰ মাজত বিচাৰি পাইছিল পুতলাৰ সৌন্দৰ্য্য আৰু শিশুৰ শুভ্ৰ পৱিত্ৰতা। ডলীৰ সঁচাকৈয়ে এটি সুন্দৰ আৰু কলুষশূন্য মন আছিল। ইংৰাজীত ডলী শব্দটো মৰমৰ মাত। এই শব্দটো কিন্তু জাতে-পাতে অসমীয়া হৈ গ'ল এই মানুহগৰাকীৰ কাৰণে। ডলীক লগ পোৱা বহুত মাক-বাপেকে হয়তো তেওঁৰ কথা মনত ৰাখিয়েই নিজৰ ছোৱালীৰ নাম ডলী ৰাখিব।

ডলীক মই এনেকুৱা সময়ত লগ পাইছিলো যেতিয়া ডেকা-গাভৰুৰ মন নতুন স্বাধীনতাৰ আলোকত সমতাৰ অভিমুখে ধাৱিত হৈছিল। ডলী, অনু দাস (পিছলৈ ৰায়চৌধুৰী), ৰাণী বৰদলৈ, প্ৰীতি ভট্টাচাৰ্য্য (পিছলৈ বৰুৱা) আদি শিক্ষিতা অসমীয়া গাভৰুসকলে অসমতাৰ পৰা মুক্তিৰ সপোন দেখিছিল। সেই সময়ত আমি বহুতেই সেই সপোন খেদি ৰাজপথত নামিছিলো। তেতিয়া আমাৰ পিছত অহা দেখিছিলো এই গাভৰু কেইগৰা-কীক। আচল সংসাৰত তেওঁলোকে যেতিয়া প্ৰৱেশ কৰিলে তেতিয়াও মনৰ গহনত জ্বলি ৰ'ল এই সপোন। ডলীৰ মনৰ উদাৰতা আৰু সহানুভূতিশীল আচৰণেই আছিল তাৰ প্ৰমাণ।

ডলীক যেতিয়াই লগ পাইছিলো তেতিয়াই তেওঁৰ স্নিগ্ধ ব্যক্তিত্বই মনটো হেজাৰ অশান্তিতো জুৰ পেলাই দিছিল। মানুহজনী আছিল হাঁহি মুখীয়া। মিচিকিয়া হাঁহিটিৰেই তেওঁ সংসাৰখন জয় কৰি গ'ল। ফণী তালুক-দাৰক আজি বহুত মানুহে ভালকৈ নেজানে। তেওঁৰ বাহিৰটোহে দেখিছে। ডলীয়ে তেওঁক কিন্তু চিনি পাইছিল। আকাশবাণীত সোমাবৰ আগৰে পৰা ফণী তালুকদাৰৰ মনত উদাৰ দেশ-প্ৰেম আৰু সংস্কৃতি-প্ৰেমৰ ধাৰা এটি বৈ আছিল। তেওঁৰ আচৰণত উগ্ৰতা নাছিল। আছিল নম্ৰতা আৰু গুণগ্ৰাহিতা। তেওঁ যিখিনি কৰিছে, প্ৰাণৰ তাগিদতেই কৰি আহিছে। মোৰ লগত তেওঁৰ দেখা খুব কম হয়। অৱশ্যে আকাশবাণীৰ কালৰ কথা বেলেগ। তেতিয়া তেওঁ আছিল আকাশ-বাণীৰ কাৰ্য্যসূচী গঢ়োতাসকলৰ

এজন। যেতিয়াই তেওঁক লগ পাওঁ তেতিয়াই মোৰ প্ৰতি তেওঁৰ মৰম, সহানুভূতি আৰু শ্ৰদ্ধা অজানিতে প্ৰকাশ পাইছিল। মই জানো মই ইমানখিনি পাবৰ যোগ্য নহয়। ফণী তালুকদাৰে অসমীয়া জাতিটোক ভাল পায়, তেওঁ নিজে যি পাৰে জাতিটোক দি আহিছে। এইখিনিতে ডলীৰ লগত আছিল ফণীৰ মিল। তেওঁলোকৰ ভাল পোৱাও আছিল গভীৰ আৰু নীৰৱ। এই ভালপোৱাই আছিল তেওঁলোকৰ যুটীয়া জীৱনৰ আচল সম্পদ।

ডলীয়ে গল্প লিখিছিল। সাহিত্যৰ নিয়মিত পঢ়ুৱৈও আছিল। নাৰী মনক সাহিত্যত ৰূপ দিবলৈ তেওঁ সততে যত্ন কৰিছিল। সাহিত্য তেওঁৰ বাবে সুকোমল আত্মপ্ৰকাশৰ বাহন আছিল।

তেওঁ এটি সুজীৱন-যাপন কৰি গ'ল। ফণী তালুকদাৰৰ বাবে এতিয়া তেওঁৰ স্মৃতিয়েই জীৱন। স্মৃতিয়েই মানুহক মৃত্যুৰ পিছতো জীয়াই ৰাখে। স্মৃতিয়ে ডলীকো জীয়াই ৰাখিব। স্মৃতিও এদিন আকাশে-বতাহে মিলি যাব। যদি সেই স্মৃতি কোনোবাই কল্পনাৰ পাখি লগা শব্দত ধৰি থয় তেন্তে শব্দ থকালৈকে সি থাকি যাব। তাৰ পিছত কোনে জানে কি হয়! সকলোৰে মৰণোত্তৰ জীৱন এয়ে। যেতিয়ালৈকে আমি কিছুমান জীয়াই থাকোঁ ডলীও জীয়াই থাকিব। শব্দেৰে মৃতকৰ স্মৃতি ৰক্ষাৰ নিয়ম অসমৰ টাই-ফাকেসকলৰ মাজত প্ৰচলিত আছে। এই নিয়মক "লিক মানে" বোলে অৰ্থাৎ "উছগিত পুথি"। টাই ফাকেসকলে মানুহ মৰিলে মৃতকৰ উদ্দেশ্যে টাই ভাষাত এখন পুথি লিখি বিহাৰত দিব লাগে। ই বাস্তৱিকতে তাৎপৰ্য্যপূৰ্ণ প্ৰথা।

নিশব্দে নীৰৱে বিনা প্ৰত্যাশাৰে ডলীয়ে এটি সৎ জীৱন-যাপন কৰি গ'ল। এইটোতেই তেওঁৰ জীৱনৰ সাৰ্থকতা।



# অশ্ৰু-অঞ্জলি

**কল্যাণী ফুকন**

সাতাইশ নৱেম্বৰৰ সন্ধিয়া অতৰ্কিতে অহা এক ভূমিকম্পৰ জোকাৰণিত মোৰ হৃদয় স্পন্দন স্তব্ধ হৈ যোৱা যেন অনুভৱ কৰিলোঁ। স্বামীৰ মৃত্যুৰ আঘাত সহ্য কৰি উঠিবলৈ নৌ পাওঁতেই আৰু এটা নিষ্ঠুৰ আঘাতে মোৰ শৰীৰ মন নিথৰ কৰি পেলালে। দূৰদৰ্শনৰ সন্ধিয়াৰ বাতৰিত শুনিলোঁ, মৃত্যুলৈ চিৰকাল ভয় কৰি অহা মোৰ মৰমৰ ডলীজনীয়ে নিৰ্ভয়ে, নিঃকষ্টে হাঁহি হাঁহি মহান মৃত্যুক আঁকোৱালি ল'লে। ডলীৰ মনটো বৰ কোমল আৰু স্পৰ্শকাতৰ আছিল, শৰীৰৰো বৰ সৱল নাছিল। সেয়ে তালুকদাৰে মৰমৰ উমেৰে তেওঁক অনবৰতে আৱৰি ৰাখিছিল। চিৰ কৌশলী মৃত্যুৱেও এই আৱৰণ ফালি ডলীক উলিয়াই নিবলৈ টান হ'ব বুলিয়েই হয়তো সেইদিনা তেওঁক আঁতৰাই লৈ গ'ল ডলীৰ কাষৰ পৰা।

ডলীৰ লগত মোৰ প্ৰথম চিনাকী পাণবজাৰ গাৰ্লছ হাইস্কুলত বোধকৰোঁ ১৯৪৩-৪৪ চন মানত। তেওঁ সপ্তম শ্ৰেণীত, মই নৱম শ্ৰেণীত। আমি স্কুলত 'আনাৰকলি' নাটকৰ অভিনয় কৰিছিলোঁ। নাম ভূমিকাত আছিলোঁ মই। পিছদিনা আমি স্কুলৰ পিছফালৰ বগৰীজোপাৰ তলত বহি নাটকখনৰ বিষয়ে কথা পাতি আছিলোঁ। এজনী সৰু ছোৱালী আহি কৈছিল—"বাইদেউ, কালি তোমাৰ অভিনয় খুব ভাল হৈছিল।" মই হাঁহি মাৰি সুধিছিলোঁ, 'হয় নেকি? তোমাৰ নামটোনো কি?' তাই টপৰাই উত্তৰ দিছিল—"কিৰণময়ী হাজৰিকা। মোক পিছে সকলোৱে ডলী বুলিহে মাতে।" টপ্ টপ্ কৈ কথা কোৱা ছোৱালীজনীলৈ মোৰ মৰম লাগি গৈছিল। কথাৰে মানুহক মুগ্ধ কৰিব পৰা স্বভাৱ ডলীয়ে চাকৰী কৰা সময়তো দেখিছিলোঁ। তেওঁ কথা ক'বলৈ ল'লে সহকৰ্মীসকল এজন এজনকৈ ওচৰ চাপি আহিছিলল।

কলেজত পঢ়া দিনত ডলীৰ লগত মোৰ বন্ধুত্ব গভীৰ হৈ আহিছিল সাংস্কৃতিক অনুষ্ঠানবোৰৰ যোগেদি। আমি একেলগে চেতাৰ শিকিছিলোঁ, কোৰাছ গাইছিলোঁ আৰু অভিনয় কৰিছিলোঁ। ডলীৰ অভিনয় প্ৰতিভা আছিল অতুলনীয়। 'কাৰেঙৰ লিগিৰি', 'ৰূপালীম' আদি নাটকত অভিনয় কৰি শেৱালী, ৰূপালীমৰ চৰিত্ৰক জীৱন্ত আৰু মৰ্মস্পৰ্শী কৰি তুলিছিল। 'ৰেডিঅ'ৰ প্ৰায়বোৰ নাটকতেই আমি একেলগে অভিনয় কৰিছিলোঁ।

ডলীৰ মানৱতা বোধ অতি প্ৰবল আছিল। ধনী, স্বিৰ্ধন সকলোৰেই তেওঁৰ কোমল মনত ঠাই পাইছিল। এই মানৱতাবোধ তেওঁৰ লিখনিৰ মাজেদিও ফুটি উঠিছিল। সাধাৰণ মানুহৰ দুখ-কষ্টবোৰে তেওঁক গল্পৰ সমল যোগাইছিল। তেওঁ আছিল শিশুপ্ৰেমী। কণ কণ ল'ৰা-ছোৱালী-বোৰ দেখিলেই 'আই ঐ দেহি!' বুলি মৰমেৰে আঁকোৱালি লৈছিল। সিহঁতৰ লগত এনেকৈ কথা পাতি ছিল যে সিহঁত যেন তেওঁৰ সমবয়সীয়াহে। যেতিয়াই তেওঁৰ ওচৰলৈ গৈছিলোঁ, ভাই-ভনী আৰু ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীয়ে তেওঁক বেৰি থকা দেখিছিলোঁ। সিহঁতৰ সকলো আব্দাৰেই তেওঁ মানি লৈছিল। মাতৃ নহৈও মাতৃ হোৱাৰ আনন্দ যেন তেওঁ মানে-প্ৰাণে উপভোগ কৰিছিল। মৃত্যুৰ দুৱাৰডলিত থিয় হৈ থকাৰ পৰতো ওচৰৰ কণমানি ছোৱালীজনীক বিস্কুট খুৱাই ধেমালি কৰি হাঁহি হাঁহি কৈছিল "তুমি পুতলা, মই ডলী দেই মা'। শেষৰ সেই দেৱ শিশুটিক মৰম কৰাৰ আনন্দখিনি তেওঁৰ পথৰ পাথেয় হৈ ৰ'ল।

অত্যাধিক ভাৱ-প্ৰৱণতাই মাজে সময়ে ডলীক বৰ আমনি কৰিছিল। জীৱনৰ দুখ-কষ্টবোৰ সহজভাবে লব নোৱাৰিছিল। কাৰোবাৰ শোকৰ বাতৰিয়ে তেওঁক এনেদৰে বিহ্বল আৰু অস্থিৰ কৰি তুলিছিল যে তেওঁ প্ৰায়েই অসুস্থ হৈ পৰিছিল। এনেকুৱা এটা পৰিস্থিতিতে এদিন মই তেওঁৰ ঘৰলৈ গৈছিলোঁ। কিছু সময় কথা পতাৰ পিছত মই অনুভৱ কৰিছিলোঁ যেন অকলশৰীয়া অৱস্থাটোৱেই তেওঁ ভাৱ-প্ৰৱণতা বঢ়াই তুলিছে। সেয়ে প্ৰায় জোৰ কৰিয়েই মই তেওঁক টি. চি. স্কুলৰ চাকৰিটোলৈ আনিছিলোঁ। স্কুলত কাম কৰিবলৈ লোৱাৰ পিছত ছাত্ৰীবিলাকৰ মাজত থাকি; সহকৰ্মী-সকলৰ লগত হাঁহি-ধেমালি কৰি মনৰ দুখবোৰ যেন বহুত পাতলি গৈছিল। সময়ে সময়ে আমি প্ৰমোদ ভ্ৰমণ, বনভোজ আদিলৈ গৈছিলোঁ। গান গাই, নাচি-বাগি ফূৰ্তি কৰিছিছিলোঁ। ডলীয়ে ফূৰ্তি কৰা দেখিলে কিয় জানো মোৰ মনটোত বৰ আনন্দ লাগিছিল। ১৯৭০ চনত আন্তৰ্জাতিক গ্ৰামীন মহিলা সন্থাৰ (A.C.W.S.) ত্ৰিবাৰ্ষিক অধিৱেশন বহিছিল নৰৱেৰ ৰাজধানী 'অচ্‌লো' মহানগৰীত। অসম প্ৰাদেশিক মহিলা সমিতিৰ হৈ প্ৰতিনিধিত্ব কৰিছিলোঁ মই আৰু ৰাণী মঞ্জুলা দেৱীয়ে। দৰ্শক প্ৰতিনিধি ৰূপে যাব পৰাৰ সুবিধা আছিল বাবে ডলী আৰু নুৰজাহানো যাবলৈ ওলাল। সেই দিনবোৰৰ আনন্দৰ স্মৃতি আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। সাংস্কৃতিক সন্ধিয়াত ভাৰতৰ হৈ আমি কেইবাটাও গান গালোঁ। শেষত বিহু নাচিলে ডলী আৰু নুৰজাহানে। মই বিহুগীত গালোঁ। উৎফুল্লিত দৰ্শকেও পিছত আমাৰ নাচত যোগ দি পৰিবেশটো মধুৰ কৰি তুলিলে। ডলীৰ লাজ লাজকৈ নচা দৃশ্যটো মোৰ মনৰ মাজত আজিও জিলিকি আছে।



মোৰ চাকৰী জীৱনৰ শেষৰ ফাললৈ মই অলপ অসুস্থ হৈ পৰিছিলোঁ। ডলী প্ৰায়েই আহিছিল মোৰ খবৰ ল'বলৈ। টেলিফোনতে খবৰ লৈছিল। তেওঁৰ কিবা এটা ভাল খবৰ শুনিলে মই ভালপাওঁ বুলি জানিয়েই হয়তো ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱাৰ খবৰটো পাই লগে লগেই মোক জনাইছিল। মোৰ স্বামীৰ মৃত্যুৰ বাতৰি পায়ো অসুস্থতাৰ বাবে মোৰ ওচৰলৈ আহিব নোৱাৰি দুখত তেওঁ কাতৰ হৈ পৰিছিল। তাৰ পিছত যিদিনা আমাৰ প্ৰথম দেখা-দেখি হ'ল—তেওঁ কান্দি কান্দি অস্থিৰ হৈ পৰিল। সেই করুণ অৱস্থা দেখি নিজৰ মনৰ বেদনা পাহৰি ওচৰত বহি তেওঁক মই শান্ত্বনা দিবলৈ ধৰিলোঁ।

জীৱনৰ দুটা প্ৰান্তৰ মাজত বৈ থকা সময়ৰ নৈখনত আমি বিচ্ছেদ নোহোৱাকৈ পঞ্চাশ বছৰ একেলগে সাঁতুৰি আহিলোঁ। সদায় মোৰ পিছে পিছে খোজ কঢ়া ডলীয়ে অপ্ৰত্যাশিতভবে মোক চেৰাই আগবাঢ়ি গৈ মহা-কালৰূপী অনন্ত মহাসমুদ্ৰত চিৰদিনৰ বাবে লীন হৈ গ'ল। মই সংসাৰৰ জাঁজৰিত বান্ধ খাই ৰৈ গ'লোঁ। আজীৱন ঈশ্বৰ বিশ্বাসী ডলীৰ পবিত্ৰ আত্মাই পৰমাত্মাৰ চৰণত চিৰ শান্তি লাভ কৰক এই কামনাৰে, তেওঁৰ প্ৰতি মোৰ শেষ শুভেচ্ছাৰে স্মৃতিৰ অশ্ৰু-অঞ্জলি এটুপি যাচিলোঁ। □

# স্মৃতি-তৰ্পণ

তুলতুল বৰুৱা

ডলী তালুকদাৰ ঢুকাল। কথাষাৰ আচম্বিতে শুনা পালোঁ কলিকতাৰ এখন বিয়াঘৰত। খন্তেকলৈ কথাষাৰৰ অৰ্থটোকে বুজিব পৰা নাছিলোঁ। যেতিয়া বুজি পালোঁ, তেতিয়া এনে লাগিল যেন মোৰ নিজৰেই এছোৱা ডলীৰ লগতে চিৰকাললৈ হেৰাই গ'ল। এনে অভিজ্ঞতাৰ সৈতে মোৰ এয়েই প্ৰথম মুখামুখি। ইয়াৰ আগতে দেউতা দদাইদেউ আৰু বহুতো প্ৰিয়জনৰ মৃত্যুত মোৰ হৃদয় শোকত দগ্ধ হৈছিল। কিন্তু ডলীৰ মৃত্যুক মই আনবোৰ মৃত্যুৰ দৰে ল'ব নোৱাৰিলোঁ। ডলীৰ মৃত্যুৰ মাজত মই যেন নিজৰেই মৃত্যুক প্ৰত্যক্ষ কৰিলোঁ।

ডলীৰ মৃত্যুৰ খবৰটো মই পালোঁ ঘটনাটো ঘটাৰ ৫৫ ঘন্টাৰ পিছত। এতিয়া উভতি চাই দেখিছোঁ, ডলীৰ সৈতে মোৰ সম্পৰ্কও আৰম্ভ হৈছিল ঠিক ৫৫ বছৰৰ আগতে, ১৯৩৮ চনত শিৱসাগৰ এৰি থৈ আহি গুৱাহাটীত ভৰি দিয়াৰ কেইদিনমানৰ পিছতে। লৰাললিৰ সেই দিনবোৰত যোৰ পুখুৰী আৰু দীঘলী পুখুৰীৰ পাৰত, নবীন শৰ্মা ছাৰৰ নৈ পাৰৰ বজাবাৰীৰ খেল পথাৰত, খৰালি ব্ৰহ্মপুত্ৰৰ বালিত, কৰ্মনাশা-উৰ্বশীৰ শিলনিৰ মাজত একেলগে উমলি-জামলি ডাঙৰ হোৱা জাক-জাক উজানবজাৰৰ ল'ৰা-ছোৱালীৰ মাজৰ পৰা কৈশোৰত গৈ ডলী, কমলি (৺সূৰ্য্যকুমাৰ ভূঞাৰ নুমলীয়া জী) আৰু মই গভীৰ বন্ধুত্বৰ ডোলেৰে বান্ধ খাই পৰিছিলোঁ।

আমাৰ এই বন্ধুত্বৰ সূত্ৰপাত হৈছিল ১৯৪৩-৪৪ চনত, আমি পাণবজাৰ ছোৱালী হাইস্কুলৰ সপ্তম-অষ্টম শ্ৰেণীত পঢ়ি থকাৰ সময়ত। দ্বিতীয় মহাযুদ্ধৰ বাবে তেতিয়া গুৱাহাটীৰ স্কুল-কলেজ আৰু মকলি ঠাইবোৰ সৈনিকৰ ছাউনিত পৰিণত হৈছিল। আমাৰ স্কুল বহিছিল প্ৰধান শিক্ষয়িত্ৰী ৰাজবালা দাসৰ এটা ভাড়াঘৰ আৰু তাৰ পিছ চোতালত সজা অস্থায়ী চালিঘৰ কেইটামানত। যদ্ধকালীন অশান্তিকৰ অৱস্থাৰ বাবে ছোৱালীবোৰক তেতিয়া বাট-পথত ওলাবলৈ দিয়া নহৈছিল। সেই বাবে স্কুলখন আৰু আমাৰ .নজৰ নিজৰ ঘৰ কেইটাৰ মাজতে সীমাৱদ্ধ আছিল আমাৰ দৰে ছোৱালীবোৰৰ বিচৰণক্ষেত্ৰ। সেইকাৰণে কেৱল আমি তিনিজনীৰ মাজতে নহয়, আমাৰ লগত পঢ়া প্ৰায়বিলাক ছোৱালীৰ মাজতে গঢ়ি বন্ধুত্ব



গঢ়ি উঠিছিল। ডলীৰ সৈতে সৌ শেষ দিনালৈকে ঘনিষ্ঠ বন্ধু হৈ থকা অনসূয়া হাজৰিকা, মণি দেৱী, বীণা প্ৰসাদহঁত তেতিয়াৰ পাণবজাৰ স্কুলৰ আমাৰ শ্ৰেণীৰে ছাত্ৰী আছিল। তেনেকুৱা ৰুদ্ধ পৰিবেশ এটাৰ মাজতো আমি কিন্তু স্বপ্ন দেখিবলৈ এৰা নাছিলোঁ। আমি স্বপ্ন দেখিছিলোঁ----কেতিয়াবা দেশ-সেৱিকা বা সমাজ-সেৱিকা হোৱাৰ, কনকলতাৰ দৰে শ্বহীদ হোৱাৰ, কেতিয়াবা কবি-সাহিত্যিক হোৱাৰ, কেতিয়াবা নিপুণ গায়িকা, নৃত্যশিল্পী বা অভিনেত্ৰী হোৱাৰ, কেতিয়াবা শিক্ষয়িত্ৰী, অধ্যাপিকা বা ডাক্তৰ হোৱাৰ। তেনেকুৱা স্বপ্ন দেখাৰে দিন আছিল সেইবোৰ। আমাৰ মনবোৰ তেতিয়া পৰাধীনতাৰ গ্লানিয়ে ছাটি আছিল। আমাৰ মনত স্বাধীন হোৱাৰ, নিজকে স্বাধীন ভাৰতৰ সুনাগৰিক ৰূপে গঢ়াৰ আকাংক্ষা সুমুৱাই দিছিল দেশজুৰি বিয়পি পৰা স্বাধীনতা সংগ্ৰামৰ পৰিবেশে। আমি তেতিয়া অম্বিকাগিৰি ৰায়চৌধুৰী, মৌলানা মহম্মদ তৈয়বউল্লা, গোপীনাথ বৰদলৈ ডা° ভুবনেশ্বৰ বৰুৱা, চন্দ্ৰপ্ৰভা শইকীয়ানী, অমলপ্ৰভা দাস, পুষ্পলতা দাসৰ দৰে জাতীয়তাবাদী নেতা-নেত্ৰীক নিজেই ওচৰৰ পৰা জানিছিলোঁ।

১৯৪৫ চনত উজানবজাৰত গুৱাহাটীৰ দ্বিতীয়খন ছোৱালী হাইস্কুল তাৰিণী চৌধুৰী স্কুল স্থাপিত হোৱাত ডলী-কমলিয়ে তাত নাম লগালে। উজানবজাৰৰ আমি চাৰিজনী ছোৱালী পাণবজাৰ স্কুলতে থাকি গ'লোঁ। সেইবুলি ডলী-কমলিৰ সৈতে মই এৰা-এৰি হ'ব লগীয়া নহ'ল। কাৰণ ইতিমধ্যে যুদ্ধও শেষ হৈছিল আৰু আমাৰ ফুৰা-চকা, ওলোৱা-মেলাৰ ক্ষেত্ৰত ক্ষেত্ৰত থকা বাধা নিষেধবোৰ উঠি গৈছিল। সেই কাৰণে স্কুলৰ সময়ৰ বাহিৰে বাকীখিনি সময়ত আমি প্ৰায়েই লগালাগি হ'ব পাৰিছিলোঁ। সদ্য প্ৰতিষ্ঠিত তাৰিণী চৌধুৰী স্কুলৰ পুঁজি সংগ্ৰহৰ বাবে ভাস্কৰ নাট্য মন্দিৰত মঞ্চস্থ কৰা 'শকুন্তলা' নাটকত পাণবজাৰ স্কুলৰ ছাত্ৰী হৈও মই ভাগ লৈছিলো ডলী-কমলিৰ সৈতে এৰাব নোৱাৰা বন্ধুত্বৰ খাতিৰতে। তাত কমলি, হৈছিল শকুন্তলা, ডলী প্ৰিয়ম্বদা, মই অনসূয়া আৰু নীলিমা বৰা (এতিয়া কাকতি) দুষ্মন্ত। প্ৰিয়ম্বদাৰ চৰিত্ৰত ডলীয়ে কৰা প্ৰাণময় অভিনয়ৰ কথা উজানবজাৰৰ পুৰণি চামৰ বহুতো মানুহে আজিও মনত ৰাখিছে। তাৰ পিছতো আমি ছোৱালীবোৰে লগলাগি কেইখনমান নাটক কৰিছিলোঁ। শুচিব্ৰতা ৰায়চৌধুৰী বাইদেউৰ 'কোন বাটে ?' আৰু 'গৰিমা' নাটকত ডলীৰ অভিনয়ে দৰ্শকক যিদৰে অভিভূত কৰিছিল, তালৈ চাই ডলীয়ে পিছত গৈ অনাতাঁৰ নাটকত অভিনয় কৰি যি অসামান্য সাফল্য আৰ্জিছিল, তাত আচৰিত হ'বলগীয়া একো নাছিল।



নাটকত অভিনয় কৰাৰ উপৰিও ডলীৰ সৈতে একেলগে বহুত কামত লিপ্ত আছিলোঁ। সুন্দৰ মোহন বৰদলৈ ছাৰৰ মিউজিক কলেজত চেতাৰ বজাবলৈ শিকা, জয়মতী উৎসৱৰ সাংস্কৃতিক অনুষ্ঠানত ভাগ লোৱা, ছাত্ৰ-কংগ্ৰেছৰ সদস্য হৈ সভা-সমিতিত যোগ দিয়া, স্বেচ্ছাসেৱিকা বাহিনীত কুছ-কাৱাজ কৰা, মহাত্মা গান্ধী-জৱাহৰলাল নেহৰু-মৌলানা আজাদ আদি দেশ নেতাসকল আহোঁতে 'গাৰ্ড অব অনাৰ' দিয়া, তেখেতসকলৰ জনসভা-বোৰত আৰু মহিলা সমিতিৰ অধিৱেশনত ভলন্টিয়াৰগিৰি কৰা, কোৰাছ গোৱা, জাতীয় কংগ্ৰেছৰ নিৰ্বাচনী প্ৰচাৰত সহায় কৰা, গ্ৰুপিংৰ বিৰুদ্ধে আন্দোলনত শোভাযাত্ৰা-সভা-সমিতিত যোগ দিয়া, বিহুত হাতৰ কাম আৰু পিঠা-পনাৰ প্ৰদৰ্শনী পতা, বিচিত্ৰানুষ্ঠানৰ আয়োজন কৰাৰে পৰা ছিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ স্থাপনৰ পিছত তাৰপৰা প্ৰচাৰিত গীত আৰু নাটকৰ অনুষ্ঠানত অংশ লোৱালৈকে বিবিধ আৰু বিচিত্ৰ সেই কামবোৰৰ তালিকাখন বৰ দীঘল। সেই কামবোৰৰ বিভিন্ন পৰ্যায়ত শুচিব্ৰতা ৰায়-চৌধুৰী, কল্যাণী বৰুৱা (ফুকন), মীৰা বেগম (জেলিল), কমলি ভূঞা, বীণা বেগম, অনু দাস (ৰায় চৌধুৰী), নীলিমা বৰা (কাকতী), কুইন (সুদক্ষিণা শৰ্মা), নুৰ জাহান-লিলি বেৰীকে ধৰি আমাৰ সমবয়সী আৰু আমাতকৈ অলপ ডাঙৰ আৰু সৰু যিবিলাক ছোৱালী পৰস্পৰৰ ওচৰ চাপিছিলোঁ, সেই আটাইবোৰৰে মাজত এক মধুৰ আবেগিক সম্পৰ্ক গঢ়ি উঠিছিল।

ইতিমধ্যে দেশ স্বাধীন হৈছিল। আমি কলেজ পাইছিলোঁগৈ। ডলী সন্দিকৈ ছোৱালী কলেজত, মই কটনত। ডলীৰ সৈতে বন্ধুত্বৰ সূত্ৰ ধৰিয়েই ডলীৰ সহপাঠিনী সন্দিকৈৰ ছাত্ৰী কিছুমানৰ সৈতে কটনত পঢ়া আমাৰ শ্ৰেণীৰ ছাত্ৰীথিনিৰ নতুনকৈ চিনা-পৰিচয় আৰু বন্ধুত্ব হৈছিল। ডলীৰ দুগৰাকী অন্যান্য অন্তৰঙ্গ বন্ধু প্ৰীতি ভট্টাচাৰ্য্য (এতিয়া বৰুৱা) আৰু অনু দাস (ৰায় চৌধুৰী) তেনেকৈয়ে আমাৰ বন্ধুত পৰিণত হৈছিল। স্বপ্ন আৰু কৰ্মৰ উন্মাদনাৰে ভৰপূৰ আমাৰ সেই কৈশোৰ আৰু প্ৰথম যৌবনৰ লগ-ৰীয়াথিনিৰ মাজৰ পাৰস্পৰিক বুজাবুজি আৰু প্ৰীতিৰ সম্পৰ্কত আজি চল্লিশ পঞ্চল্লিশ বছৰৰ ব্যৱধানৰ পিছতো অকণো ছেদ নপৰিল। এই সম্পৰ্ক সাৰ-পানী দি জীয়াই ৰখাৰ কামটো ঘাইকৈ ডলীয়েই কৰি আহিছিল। ডলী আজি অত বছৰে আছিল আমাৰ মাজৰ যোগসূত্ৰ।

আজিও মনত পৰে, ডলীৰ বিয়া হৈ গ'লত কেনেকৈ মই আমাৰ মাজৰ মধুৰ সম্পৰ্কৰ অধ্যায়টোৰ শেষ হৈ যাব আৰু ই কেৱল এটা মধুৰ স্মৃতি হৈ থাকিব বুলি ভাবিছিলোঁ। মোৰ সেই আশংকা অমূলক বুলি



প্ৰমাণিত হ'ল। ডলীৰ স্বামী ফণী তালুকদাৰৰ ওচৰতো আমি সেইবাবে সমানেই কৃতজ্ঞ। আশৈশৱ শিল্প সাহিত্য সংস্কৃতিৰ পূজাৰিণী ডলীয়ে শ্ৰীতালুকদাৰৰ সৈতে বিবাহ পাশত আৱদ্ধ হৈ কেৱল যে এজন শিল্পী-নাট্যকাৰক পতিৰূপে পোৱাৰ গৌৰৱ অৰ্জন কৰিলে এনে নহয়, শ্ৰীতালুকদাৰৰ মাজত ডলীয়ে পালে সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিব পৰা এজন বহল মনৰ মানুহক। অনাতাঁৰ নাটকত অভিনয় কৰাৰ সুযোগ (চৰকাৰী বাধ্য-বাধকতাৰ বাবে) হেৰুওৱাৰ বাহিৰে ডলীয়ে বিয়াৰ পিছত খুব কম কথাৰ বাবেহে খেদ কৰিবলগীয় হ'ল। স্বামীৰ প্ৰেম-প্ৰীতি সহানুভূতি আৰু পত্নীক সম্পূৰ্ণকৈ বুজাৰ ক্ষমতাই ডলী মানুহজনীৰ পৰিপূৰ্ণ বিকাশত সহায় কৰিলে, ডলীৰ প্ৰতিটো শাৰীৰিক আৰু মানসিক সংকটৰ সময়ত ডলীক বৰ্মৰ দৰে আৱৰি ৰাখি ভাগি পৰিবলৈ নিদিয়াকৈ ৰাখিলে। ডলীৰ পক্ষে ন-পুৰণি সকলো বন্ধুৰ সৈতে প্ৰীতিৰ সম্পৰ্কৰখাত কোনো সমস্যাৰ সৃষ্টি নহ'ল। এই কাৰণেই স্থান কালৰ দূৰত্ব নেওচি আমাৰ বন্ধুত্ব অক্ষুন্ন হৈ থাকিল, শেষলৈকে আৰু ফণী দাদায়ো এসময়ত গৈ মোৰ এজন স্নেহশীল অগ্ৰজৰ স্থান অধি-কাৰ কৰিলে। তেওঁলোক দুয়োৰে স্নেহৰ বন্ধনত বন্দী হ'ল মোৰ ল'ৰা দুটিও। ডলীৰ পৰা বন্ধুত্বৰ এনে পুৰস্কাৰ কেৱল ম৯েই পাইছোঁ বুলি দাবী নকৰো; আমাৰ আৰু কেবাগৰাকী বন্ধুৱে পাইছে; দুগৰাকীমানে মোতকৈ বহুত বছিও পাইছে। কিন্তু সেই কথাটোৱে মই পোৱাথিনিৰ মূল্য অকণো কমোৱা নাই, বৰং বঢ়াইছেহে। কাৰণ, আজিৰ সংসাৰত প্ৰায় বিৰল এনে নিস্বাৰ্থ মৰম দিব পৰা মানুহজনীৰ পৰাহে মই এই উপহাৰ পাইছোঁ।

সুদীৰ্ঘ আমাৰ বন্ধুত্বৰ কালছোৱাত ডলীৰ মাজত মই বহুত গুণ আবিস্কাৰ কৰিছিলোঁ। ছাত্ৰী জীৱনত ডলীৰ ক্ষীণ দেহাটোৰ মাজত লুকাই লুকাই থকা অদ্ভুত কৰ্ম শক্তি দেখি আচৰিত হৈছিলোঁ। যি কোনো কামতে ডলীৰ ঐকান্তিকতা আৰু সততাই মোক মুগ্ধ কৰিছিল। আনহাতে ডলীৰ মগজটোত আছিল শ্ৰমৰ বুদ্ধি। ডলীৰ প্ৰত্যুৎপন্নমতিত্ব, হাস্যৰসবোধ আৰু কল্পনা শক্তি আছিল তবধ মানিবলগীয়া। কিন্তু সকলোতকৈ ওপৰত আছিল ডলীৰ মনটো, ডলীৰ অন্তৰখন। মৰম-চেনেহ, দয়া-ক্ষমা-সহানুভূতিৰে পৰিপূৰ্ণ ডলীৰ কোমল, উদাৰ, সংবেদনশীল মনটো আছিল ডলীৰ শ্ৰেষ্ঠ সম্পদ। তাৰেই ডলীয়ে জিনি লৈছিল বন্ধু-বান্ধৱ, আত্মীয় পৰিজন, ওচৰ-চুবুৰীয়া আৰু তেওঁৰ সংস্পৰ্শলৈ অহা সকলো বয়সৰ সকলো মানুহৰ মন। ডলীৰ সুৰুচি, বিনয়ী স্বভাৱ, মুখৰ অভিব্যক্তি, কণ্ঠৰ স্বৰত প্ৰতিফলিত

হৈছিল তেও ৰ অন্তৰখন। মঞ্চ আৰু অনাতাৰ শিল্পী হিচাপে, গল্প লেখিকা হিচাপে ডলীৰ সাফল্যতো ইয়াৰ অৱদান যথেষ্ট আছিল। এসময়ৰ কৃতী ছাত্ৰ ডলী সফল শিক্ষয়িত্ৰী হৈ শেষত ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱাটোক মই ডলীৰ বুদ্ধিমত্তা সততা, ঐকান্তিকতা আৰু স্নেহ পৰায়ণতা এই আটাইবোৰৰে পৰিণত ফল বুলি ধৰিছিলোঁ।

ডলী আজি আৰু নাই----এই নিষ্ঠুৰ কথাষাৰ এতিয়াও স্থিৰচিত্তে মানি ল'ব পৰা নাই। ডলীৰ বিষয়ে লিখিবলৈ লওঁতে একেলগে হাজাৰটা কথাই মনটোক জুমুৰি দি ধৰিছোঁহি; শোকৰ আবেগ আৰু চকুৰ পানীয়ে বাৰে বাৰে আমনি কৰিছেহি। এই লেখাটোৰে মই মোৰ প্ৰিয় বান্ধৱীৰ স্মৃতিক যথাযোগ্য শ্ৰদ্ধা আৰু সন্মান জনাব পাৰিলোনে নাই তাকো নাজানো। মোৰ অক্ষমতাৰ বাবে ক্ষমা বিচাৰিছোঁ পাঠকৰ ওচৰত। চিৰ শান্তি প্ৰিয়া ডলীৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক----শোকবিদ্ধ হিয়াৰে ইয়াকেই কামনা কৰিছোঁ।





# হেজাৰ হওক, ওচৰ-চুবুৰীয়া

**ডলী তালুকদাৰ**

[ তাহানি 'নতুন অসমীয়া' কাকতত ৺ডলী তালুকদাৰে লঘু ব্যঙ্গাত্মক চুটি ৰচনা কেইখনমান লিখিছিল। 'সময় নাই' বোলা ৰচনাত আমাৰ বিয়া-বাৰুত বিয়ানাম আদি লোপ পোৱা কথাৰে পাতনি মেলা --এই লেখাবোৰ ৺ডক্তৰ সূৰ্য্যকুমাৰ ভূঞাই পুথি আকাৰত প্ৰকাশ কৰিবলৈ কৈছিল আৰু তেখেতে পাতনি লিখি দিম বুলিছিল। কিন্তু হঠাতে ডঃ ভূঞাৰ বিয়োগত, সেয়া হৈ নুঠিল কাৰণে ৺ডলী তালুকদাৰে প্ৰায়েই আক্ষেপ কৰিছিল। সময়ৰ কাম সময়ত নকৰাৰ বিষয়ে তেওঁ সঁকিয়াছিল। আনহাতে এজন খৰি-বেচোতাই এবাৰ ৰেলযাত্ৰাত সহায় কৰাৰ পিচত তেওঁৰ পৰিয়ালৰ ওচৰলৈ যাম বুলি কথা দিওঁ—আমাৰ হেমাহিতে এদিন সেই ব্যক্তিগৰাকীৰ ইতিমধ্যে মৃত্যু হোৱা লৈ এটি চুটি গল্পও লিখিছিল। ইয়াত চুটি লঘু ব্যঙ্গাত্মিক ৰচনাৰ আহিৰূপে 'হেজাৰ হওক ওচৰ-চুবুৰীয়া'---ৰচনাখনি আগবঢ়োৱা হ'ল সম্পাদক]

কাউৰীয়ে কা নৌ কৰোঁতেই, পূবে ফেঁহুজালি নৌ দিওঁতেই এলাহ তিয়াগি চাৰিপাটি এৰিব পৰা গুণটি মোৰ নথকা নহয় দেই। পিচে, এই গুণৰ অধিকাৰী মই নিজে হোৱা বুলি ক'লে নেদেখাজনৰ শাওপাত লাগিব। সেয়ে মই মোৰ কৃতজ্ঞতাৰ ৰঙা শৰাইখনি আগবঢ়াইছো আমাৰ ওচৰ-চুবুৰীয়াৰ বৰপুত্ৰলৈ! তেৰাসৱৰ বৰপুত্ৰ যেনিবা আই সৰেচতীৰো বৰপুত্ৰ—তাতে আকৌ 'কেছকাৰ'ৰ উচ্ছাঙ্গসঙ্গীত পুনৰুত্থানকাৰী দলৰ সভ্য। আই সৰেচতী কণ্ঠলগ্না হৈ থকাৰ পৰিচয় তেওঁ দিয়ে এন্ধাৰে-পোহৰেই, তেহেলৈ জাৰেই হওক বা জহেই হওক। সঙ্গীতৰ সপ্তম সুৰৰ জোকাৰণিয়ে কাণ জোকাৰি দিয়াৰ লগে লগে মই পাটীত উঠি বহো—'টোপনিৰ চিকুণ পুৱা'ৰ এক্সপেৰিমেন্ট কৰাটো আৰু ভাগ্যত ঘটি নুঠে! কিন্তু তাৰ বাবে মোৰ কোনো খেদ নাই। ওচৰ-চুবুৰীয়াৰ বৰপুত্ৰ—মোৰো যেনিবা। যিয়েই নকৰক --ওচৰ-চুবুৰীয়া যেতিয়া টানে-আপদে তেওঁবিলাকেহে মাত এষাৰ মাতিবহি—বিপদত তৰাবহি। আন আহিবনে কিবা?

* * * দুপৰীয়া ভাতগাল পেটত পৰাৰ লগে লগে ক'ৰপৰানো টোপনিটোৱে আহি হেঁচা মাৰি ধৰেহি ক'ব নোৱাৰো। আয়ুসো কমে হেনো দুপৰীয়া শুলে। হওক, নোৱাৰি দেও—চিৰনিদ্ৰাৰ ভয়তকৈ নিবা-নিদ্ৰাৰ প্ৰতি আকৰ্ষণটো মোৰ বেছি। পিচে হ'ব কি? ওচৰ-চুবুৰীয়াৰ ৰেডিঅ'ৰ 'ভলিউম'ৰ মাত্ৰাৰ কোবত য'ৰ টোপনি ত'লৈ উভতি যায়। হৰি হৰি, সংসাৰ মৰুভূমিত সঙ্গীত সৰোবৰ হ'ল বুলিনো এনেদৰে কৰ্ণকুহৰত সঙ্গীতৰ অনধিকাৰ প্ৰবেশ সহ্য কৰিব পাৰিনে? উপায় নাই, ধৈৰ্য্য ধৰিবই লাগিব—সহ্য কৰিবই লাগিব। তুমি মাত মাতিব নোৱাৰা—কাণ কলাকৈ থোৱা। হেজাৰ হওক তোমাৰ ওচৰ-চুবুৰীয়া—Next-door Neighbour.

* * * ঘৰৰ আগফালৰ ফুলনিখনত গোলাপ কেইজোপা লহপহকৈ ফুলিছে। মৰমতে নিছিঙো। ফুলদানী কেইটা উকা উকা লাগে—লাগক। এনে ধুনীয়া দেহি! ছিঙিবলৈকে সত নেযায়। হৰি হৰি, কিনো কথা—কিনো বতৰা—গছপুলি কেইডাল তেনেই নঙঠা হ'ল দেখোন! ৰাতি ধুমুহা আহি ছিঙি-ভাঙি থৈ গ'ল কিজানিবা! ক'তা—কৰকাল দেখোন গোটেইখন।

"বাইদেউ, বাইদেউ"—ওচৰ-চুবুৰীয়া টুনুৱে মাত লগালেহি—"তোমাৰ গোলাপ কেইজোপাত ইমান ফুল লাগিছিল। মই নিলো, আমাৰ ভিনদেউ আহিছে নহয়—ভিনদেৱে ফুল ইমান ভাল পায়। চন্দ্ৰাহঁতৰ ঘৰৰ পৰা ডালিয়া কেইটামান আনিছো। মামনীহঁতৰ পৰাও······" মোৰ কাণৰ গ্ৰহণ শক্তি লোপ পাই আহিবলৈ ধৰিছিল হবলা। পাচৰ কথাবোৰ তাইৰ আৰু নুশুনিলো।—"বেছ কৰিলা"—মোৰ মুখৰ পৰা আপোনা-আপুনিয়েই ওলাল। কাণে নুশুনা হলেও, মনে হয়তো বিবেচনা-শক্তি হেৰুওৱা নাছিল। ওচৰচুবুৰীয়াৰ জোঁৱাই—মোৰেই যেনিবা। কিনো খং কৰিবা? মহাত্মাসকলেও কৈ গৈছে—"LOVE THY NEIGHBOUR"—তেৰাসবৰ বাণী লঙ্ঘণ কৰিব নেপায় নহয়, পাপে চুব!

* * * ওচৰ-চুবুৰীয়াৰ ঘৰৰ চুৰাপাতনিৰ পানী, এৰেহা ভাত-আঞ্জা মোৰ শোৱাকোঠাৰ খিৰিকীৰ দাঁতিতে থুপ খায়হি। "বাইদেউ নলা এটাকে কাটি দিয়াবচোন—তেতিয়াহলে দ'ম খাই নেথাকি চৰকাৰী নৰ্দমালৈ এইবোৰ বাগৰি যাব"—মনত নপৰা কালতে কৈছিলো—ওচৰ-চুবুৰীয়া 'বাইদেউ'কা



"নলা কটাই দিয়া হলে পাহৰিয়েই আছো বুজিছানে? দিয়াব লাগিব"—বাইদেৱে প্ৰায়ে কয়। পাহৰিবতো—'মুনিনাঞ্চ মতিভ্ৰম'—বাইদেউ কোন কুটা? গতিকে চকু কণাকৈ থোৱা—পাৰিলে লগতে নাকো বন্ধ কৰা। মনত পৰিলে সকলো হ'ব; বাৰিষা আহিলে পাতো কাটিব—ভাতো খাবলৈ পাবা। আনে কোৱা নাই নহয়; তোমাৰ বিপদ-আপদ-তাৰিণী··সহায়কাৰিণী স্বয়ং বাইদেউৰ মুখৰ কথা। তোমাৰ ওচৰ-চুবুৰীয়া।

* * * বাঁহৰ চকোৱাখন কেৰকেৰাই উঠিল। "হেৰৌ কোন অ' সেইটো—গৰু নেকি ঔ!"

"নহয় আইদেউ, মইহে····আজি আমাৰ খৰিবোৰ কেঁচা—চকোৱা-খনৰ পৰাই দুডালমান শুকান বাঁহ লৈছো—তেহে যদি চৰুৰ তলত জ্বাল দিব পাৰো"··চকোৱাখন আকৌ কেৰকেৰাই উঠিল··লগতে মোৰ বুকুৰ কামিহাড় কিডালো। ইচ্ ৰাম, সৌ-সিদিনা অতগাল পইচা ভাঙি গৰুৰ উৎপাতৰ হাত সাৰিবলৈ দি লোৱা চকোৱাখনৰ এনেহেন দুৰ্গতি! কিন্তু উপায়? আনেতো কৰা নাই। কৰিছে তোমাৰ ওচৰৰ ঘৰৰ লগুৱাইহে ভাঙিলে··ভাঙিলে মোৰ চকোৱা—মোৰ চকোৱাৰ বাঁহকেইডালে যদি ঘৰ-ঘৰোৱাহকে লঘোনে থকাৰ পৰা ৰক্ষা কৰে, তেন্তে মোৰ কৰবলৈনো থাকিল কি? কলিকালত বিনাকষ্টে পুণ্য অৰ্জন বৰ ডাঙৰ কথা। হওক, হওক—নিয়ক।

* * * ঘটং··ঘটং··ঘটং··"ঔ আই কি অ' এইটো!"—চক্মক্কৈ বিছনাত সাৰ পাই উঠি বহোঁ। অ' বৰুৱাৰ ঘৰৰ গাড়ীখনত কোবাইছে—কিবা হেনো বেয়া হৈছে। কেইটা বাজিল বা? নিশা প্ৰায় ডেৰ বাজিছে—হওঁক দেহি! দিনৰ দিনটো ৰ'দে-বতাহে ঘুৰি ল'ৰাটিয়ে অকণো আজৰিকে নেপায়—গাড়ীনো ভাল কৰে কেনেকৈ? সেয়েহে এতিয়া ৰাতিখন খৰখেদা লগাইছে। কোবাওক—কোবওক—গাড়ীখনতহে কোবাইছে··মোৰ মূৰততো কোবোৱা নাই। হেজাৰ হওক ওচৰ-চুবুৰীয়া!!

# ডলী বাইদেউৰ স্মৃতিত

জেছমিনা ইছলাম

অসমীয়া সাহিত্যত প্ৰচুৰ বুৎপ্ত্তি থকা ডলী বাইদেৱে অসংখ্য গল্প প্ৰবন্ধ আৰু শিশু সাহিত্য ৰচনা কৰিলে। 'মধুলেখা' 'মন আৰু মাটি, মেঘ' আদি গল্প সংকলনেৰে আত্মপ্ৰকাশ কৰা শ্ৰীমতী তালুকদাৰে মৃত্যুৰ আগ মহূৰ্তলৈকে বিভিন্ন কাকত আলোচনীত বহুতো গল্প প্ৰৱন্ধ আৰু শিশু-সাহিত্য ৰচনা কৰি গ'ল। তদুপৰি তেওঁ 'নেছনেল বুক ট্ৰাষ্ট'ৰ দ্বাৰা ইংৰাজী বঙালী আৰু হিন্দী ভাষাত প্ৰকাশিত গ্ৰন্থ ''জাগৰী (উপন্যাস) 'মৃত্যুকে বাদ (উপনাস) 'জখলাৰ খোপনি' (উপন্যাস), 'বলৰাজ মাই ব্ৰাদাৰ' (জীৱনী) আৰু দুখন মালায়ালাম গল্প সংকলন অসমীয়ালৈ অনুবাদ কৰিছিল।

সামাজিক নানা বাধা নিষেধ অতিক্ৰম কৰিও শ্ৰীমতী তালুকদাৰে প্ৰথম মহিলা অনাতাঁৰ অভিনেত্ৰী হিচাপে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত আত্ম প্ৰকাশ কৰে আৰু তেতিয়াৰ পৰাই কেন্দ্ৰ যোগে বিভিন্ন সময়ত তেওঁৰ গীত, মাত, গল্প প্ৰবন্ধ আদি প্ৰচাৰ হৈ আহিছে। মৃত্যুৰ মাথো কেইদিনমান আগতে লোৱা বাইদেউৰ গল্প এটিও তেখেতৰ মৃত্যুৰ পাচদিনাখন অৰ্থাৎ ২৮ নবেম্বৰৰ দিনা 'আইদেউৰ বুলনি'ত অনাতাঁৰ যোগে প্ৰচাৰ হৈ গ'ল।

এম,এ, বি-টি, ই-টি (ডিপ্লোম) আদি উচ্চ শিক্ষাৰে শিক্ষিত ডলী তালুকদাৰ বাইদেউ এগৰাকী বিজ্ঞ মহিলা আছিল। ১৯৭২ চনত অসম মহিলা সমিতিৰ প্ৰতিনিধি হিচাপে 'নৰৱেৰ' অছলোত বহা আন্তৰাষ্ট্ৰীয় মহিলা সন্মিলনত অংশ গ্ৰহণ কৰি ইউৰোপৰ বহুদেশ আৰু ইজিপ্ত ভ্ৰমণ কৰিছিল।

গুৱাহাটী তাৰিণী চৰণ ছোৱালী হাইস্কুলৰ সৈতে ডলী বাইদেউৰ জীৱন ওতঃপ্ৰোত ভাৱে জড়িত। এইখন স্কুলৰ পৰাই হাইস্কুলীয়া শিক্ষা লাভ কৰি পাচলৈ আকৌ এই স্কুলখনতে শিক্ষয়িত্ৰী হিচাপে যোগদান কৰে। ১৯৯৩ চনৰ ৩০ এপ্ৰিলৰ দিনাখন হে তেওঁ অৱসৰ গ্ৰহণ কৰিছিল। এগৰাকী অভিজ্ঞ শিক্ষয়িত্ৰী আৰু মৰমীয়াল বাইদেউ হিচাপে তেওঁ সকলোৰে মাজত বৰ প্ৰিয় আছিল। শিক্ষক জীৱনৰ কৃত্তিত্বৰ স্বাক্ষৰ স্বৰূপে ১৯৮৯ চনত ৰাষ্ট্ৰপতিয়ে প্ৰদান কৰা কৃতী শিক্ষকৰ বঁটাও তেওঁ লাভ কৰিছিল।



আনৰ দুখ-দৈন্যৰ প্ৰতি বৰ বেছি সংবেদনশীল ডলী বাইদেউক, লগ পোৱা সকলেহে অনুমান কৰিব পাৰিব বাইদেউৰ অমায়িকতা আৰু মৰমেৰে ভৰা অন্তৰখনক। মাথো চৈধ্যটা মাহহে লগ পালো ডলী বাইদেউক। আমি তেওঁলোকৰ ভাড়াঘৰৰ বাসিন্দা। সাধাৰণতে ঘৰৰ গিৰহঁতে দেখুৱাৰ দৰে মালিকী স্বত্বৰ অযথা প্ৰভাৱ কোনোদিনে তেওঁলেকে আমাক নেদেখুৱালে। ইমান অলপ দিন লগ পোৱাৰ মৰমেও অন্তৰত ইমান গভীৰতাৰ সৃষ্টি কৰিব পাৰেনে? ডলী বাইদেউৰ মৃত্যুয়ে আমাক যিমান মনোকষ্ট দিছে, আপোন আত্মীয়ৰ বিয়োগতো তেনে মনোকষ্ট পাম নে নাই নাজানো। ভগৱানে ডলী বাইদেউৰ আত্মাক চিৰশান্তি প্ৰদান কৰক আৰু (ট্ৰিণী) তালুকদাৰ ভিনদেউকো প্ৰচুৰ ধৈৰ্য্য আৰু সু-স্বাস্থ্য দান কৰক ইয়াকে আল্লাক খাটিছো।

## ॥ এটি স্বপ্নৰ কাষত ঋণী মই ॥

ডলী তালুকদাৰ

—এটি স্বপ্নৰ কাষত
চিৰঋণী মই
কাৰণ—সেই স্বপ্নৰ সাৰ্থক জন্মৰ বাবেই
মোৰ আত্মাহুতি—
মোৰ দ্বিধা, শঙ্কা, সন্দেহ, ভয়ৰ
নিঃশেষ জলাঞ্জলি—
—জন্মত প্ৰতীক্ষাৰে গৰ্ভত আন্ধাৰ গুহাত
স্বপ্ন মোৰ স্বপ্ন হৈয়ে ৰ'ল
বাস্তৱৰ অকৃতজ্ঞতা আৰু কাৰ্পণ্যৰ দংশনত
ভ্ৰূণৰ স্পন্দন নেজাগিল
তথাপি—সেই এটি স্বপ্নৰ কাষত চিৰঋণী মই
কাৰণ সেই স্বপ্ন মই সঁচাকৈয়ে দেখিছিলো
স্বপ্নৰ সোণোৱালী জখলাৰে বগাই গৈ
পাথিৱ দ্বিধা শঙ্কা সন্দেহ বিমুক্ত হৈ
আকাশী ভাবেৰে এদিন
মিতালি পাতিছিলো।*

( *ডলী তালুকদাৰ। গুৱাহাটী
২০ জুলাই '৭৬ )

# আজিও মনত পৰে

শৈল বৰুৱা

১৯৪৯ চন। নতুনকৈ অল ইণ্ডিয়া ৰেডিঅ', গুৱাহাটী কেন্দ্ৰৰ নাটকত অভিনেতা হিচাবে অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিলো। সৰু সৰু চৰিত্ৰত অভিনয় কৰিছিলো। এবাৰ "মিনা-বজাৰ" নামৰ এখন নাটকত অংশ গ্ৰহণ কৰাৰ সুবিধা পালো। যথাস ময়ত ষ্টুডিঅ'ত গৈ দেখিলো কেইবা-গৰাকীত ইতিমধ্যে প্ৰতিষ্ঠা লাভ কৰা অভিনেতা আৰু অনাতাঁৰ নাটকত জনপ্ৰিয়তা লাভ কৰা নায়িকা—ডলী হাজৰিকা (তালুকদাৰ)। প্ৰযোজক শ্ৰদ্ধেয় সত্যপ্ৰসাদ বৰুৱা। আখৰা আৰম্ভ কৰিবৰ হ'ল—মোক নায়কৰ ভূমিকাত আখৰা কৰিবলৈ ক'লে। মই অবাক। ইমান কেইজন জ্যেষ্ঠ অভিনতা থাকোতে মই নায়কৰ চৰিত্ৰত অভিনয় কৰিব লাগিব!—বিশেষকৈ ডলী হাজৰিকাৰ বিপৰীতে নায়ক! নাই নোৱাৰিম। অতি নম্ৰভাবে মই নোৱাৰো বুলি ক'লো। প্ৰযোজক সত্য প্ৰসাদ বৰুৱা আৰু ডলী হাজৰিকাই মোক উৎসাহিত কৰিলে। চেষ্টা কৰি চাবলৈ ক'লে। মই দুবাৰমান আখৰা কৰাৰ পাছতো নিজকে মানসিক ভাবে প্ৰস্তুত কোনোমতেই কৰিব নোৱাৰিলো। তেওঁলোকৰ উৎসাহত চেঁচা পানী ঢালি মই মোৰ অক্ষমতা প্ৰকাশ কৰিলো। অৱশেষত সেই নাটকৰে এটি চৰিত্ৰ "দোকানী" এজনৰ ভাৱত অভিনয় কৰিবলৈ দিলে। নাটক হৈ গ'ল। শুনিবলৈ পালো—দোকানীৰ চৰিত্ৰত মোৰ হেনো অভিনয় অতি সুন্দৰ হৈছে।

তাৰ কিছুদিন পিছত আন এখন অনাতাঁৰ নাট "জাহ্নৱী"ত অংশ গ্ৰহণ কৰাৰ সুবিধা পালো। বিশিষ্ট চুটি গল্প লেখক ৰমা দাশৰ, গল্পৰ আধাৰত ৰচিত নাট। যথাস ময়ত আখৰালৈ গ'লো এইবাৰ একেবাৰে ৰোমাণ্টিক নায়কৰ চৰিত্ৰত অভিনয় কৰিব লাগিব। নায়িকা ডলী হাজৰিকা। বিৰাট ভয় লাগিল। মনতে ভাবিলো—ডলী হাজৰিকাৰ দৰে ইমান জনপ্ৰিয় অভিনেত্ৰী, ইমান সুন্দৰ কণ্ঠস্বৰ, ইমান সাবলীল অভিনয় কিযে হ'ব! ডলী হাজৰিকা আৰু প্ৰযোজক সত্য প্ৰসাদ বৰুৱাই যেন মোৰ মনৰ কথা বুজিলে। বাৰে বাৰে দুয়ো উৎসাহিত কৰিলে। বিশেষকৈ ডলী হাজৰিকাৰ কোনো ধৰণৰ উচ্চাত্মিকা মনোভাব প্ৰকাশ পোৱা নাছিল।



বৰং আখৰাত মোক উৎসাহিতহে কৰিছিল। ময়ো অতি আন্তৰিকতাৰে অভিনয় কৰিলো। নাটক হৈ যোৱাৰ পাছত সকলোৱে মোৰ অভিনয় শলাগিলে। তাৰ পিছত ডলী হাজৰিকাৰ বিপৰীতে বহুতো নাটক কৰিলো। বাৰে বাৰে এটা কথা মনলৈ আহে যে অভিনয়ৰ ক্ষেত্ৰত অভিনেতা-অভিনেত্ৰীৰ মাজত পাৰস্পৰিক বুজাপৰা আৰু সহযোগীতাইহে অভিনয় কেৱল সন্দৰেই নহয় সুন্দৰতৰ কৰি তোলে—যিটো মই ডলী হাজৰিকাৰ বপৰীতে অভিনয় কৰি পাইছিলো।

প্ৰসঙ্গক্ৰমে এইখিনিতে উল্লেখ কৰিব খুজিছো যে ডলী হাজৰিকাই নাটক কৰিবলৈ এৰাৰ পাছত তেখেতৰেই ভনীয়েক একালৰ সু-অভিনেত্ৰী লিলি হাজৰিকাৰ লগতো নায়কৰূপে অভিনয় কৰাৰ সুযোগ পাইছিলো। উল্লেখযোগ্য যে পুৰস্কাৰপ্ৰাপ্ত নাটক প্ৰফুল্ল শইকীয়া ৰচিত "নামৰূপৰ ৰূপ কথা"ত নায়িকাৰ ভাৱত অভিনয় কৰোতে সেই একেই পাৰস্পৰিক সহযোগিতা আৰু বুজাবপৰাৰ অভাৱ হোৱা হনাছিল। লিলি হাজৰিকাৰ ক্ষেত্ৰতো অৰুনিমাৰ 'জিনটি' নাটকতো লিলি হাজৰিকাৰ নাম ভূমিকাত আৰু মই নায়ক আছিলো। অনাতাঁৰ নাটকত মোৰ অভিনয় জীৱনৰ আৰম্ভণীতে দুয়োৰে বৰঙণি মোৰ সদায় মনত থাকিব।

আজি ডলী তালুকদাৰ আমাৰ মাজত নাই। কিন্তু অনাতাঁৰ নাটকৰ অভিনয় জীৱনৰ সাহচৰ্য্যাই দিয়া প্ৰেৰণা আৰু উৎসাহ মোৰ স্মৃতিৰ মণিকোঠাত সদায় সজীৱ হৈ থাকিব। তেখেতৰ বিদেহী আত্মাৰ সদগতিতি আন্তৰিকতাৰে কামনা কৰিলো। □

# সু অভিনেত্ৰী ডলী তালুকদাৰ

ড° সত্যেন্দ্ৰনাথ শৰ্মা

স্বৰ্গীয় ডলী তালুকদাৰ ৺থানেশ্বৰ হাজৰিকাৰ কন্যা আছিল। থানেশ্বৰ হাজৰিকাই ভিকটৰ হিউয়োগৰ ল্যা মিজাৰেবল নামৰ প্ৰখ্যাত উপন্যাসখন অনুবাদ কৰি প্ৰকাশ কৰিছিল। আমি স্কুলত পঢ়োতে আলোচনীৰ পাতত ছোৱা ছোৱাকৈ ওলোৱা এই উপন্যাসখন পঢ়িছিলো। কি সূত্ৰত বৰপেটাৰ শ্ৰীফণী তালুকদাৰে শিৱসাগৰৰ থানেশ্বৰ হাজৰিকাৰ কন্যা ডলী তালুকদাৰক বিয়া কৰালে সেই কথা মই ভালকৈ নেজানো। সম্ভৱতঃ ডক্টৰ মহেশ্বৰ নেওগৰ মধ্যস্থতাত এই বিয়াখন সম্পন্ন হৈছিল। এই বিয়া তেওঁলোকৰ দাম্পত্য জীৱনত সুখদায়ক আছিল বুলি মোৰ ধাৰণা। কিন্তু এটা ক্ষেত্ৰত দুয়োৰো মিল আছিল, সেয়ে হৈছে সাহিত্য সংগীত আৰু অভিনয়ৰ প্ৰতি তেওঁলোকৰ ৰাপ। ডলী তালুকদাৰ সৰ্বভাৰতীয় ৰেডিও আৰু টি, ভিত অভিনয় কৰিছিল আৰু কেতিয়াবা গানো গাইছিল। বিশেষকৈ অভিনয়ৰ ক্ষেত্ৰত তেওঁৰ বিশেষ বুৎপত্তি আছিল। অসমৰ অভিনয়ৰ জগতলৈ ডলী তালুকদাৰৰ বিশেষ অৱদান আছে। যেতিয়া ৰঙ্গমঞ্চত স্ত্ৰী-পুৰুষৰ সহ-অভিনয়ৰ প্ৰচলন হোৱা নাছিল, পুৰুষে নাৰীৰ অভিনয় কৰিছিল, সেই সময়ত বিশেষ সাহস কৰি ডলী তালুকদাৰক প্ৰমুখ্য কৰি কেবাগৰাকী যুৱতীয়ে ৰঙ্গ-মঞ্চলৈ সহ-অভিনয় আগবঢ়াই আনে। এইটো কম সাহসৰ কথা নহয়। কাৰণ সেই সময়ৰ সমাজখন কিছু ৰক্ষণশীল আছিল। এই ৰক্ষণশীলতা ভেদ কৰি ডলী তালুকদাৰ, কল্যাণী ফুকন, আলিমুন্নিচা পিয়াৰ, তুলতুল বৰুৱা, কমলি চৌধুৰীকে ধৰি কেবাগৰাকীও বৰ্তমানত পৌঢ় অৱস্থাপ্ৰাপ্ত হোৱা মহিলাই সেই সময়ত ৰঙ্গমঞ্চলৈ অভিনৱ পৰিবৰ্তন আনিছিল। আজি সহ-অভিনয় সম্পৰ্কে কোনো দ্বিধা-সঙ্কোচ কাৰো নাই। এইখিনি পৰিবৰ্তনৰ গুৰিতে ডলী তালুকদাৰ আৰু তেওঁৰ সহযোগীবৃন্দ। ডলী তালুকদাৰ আজি স্বৰ্গগতা। তেওঁৰ আত্মাই—সিপুৰিতো নৃত্য আৰু নাট্যৰ মাজেদি আনন্দ লাভ কৰি চিৰশান্তি লাভ কৰক। এয়ে মোৰ কামনা। □



# মোৰ মনৰ ডলী আইদেউজনী

এখুদ মামা ওৰফে নৱকান্ত বৰুৱা

'কপিলীপৰীয়া সাধু'ত মই ভকত এজনৰ ছবি আঁকিছিলোঁ, নিজৰ গাওঁখনৰ সকলো সীমাবদ্ধতাৰ মাজত নিজ মূল্যবোধৰ, নিজ আত্মাৰ চাকিগছ অক্ষয়বন্তিৰ দৰে জ্বলাই ৰখা এজন মানুহ। ডলী আইদেউৰ কথা ভাবিলেই, তেওঁৰ মৃত্যুৰ আগতেও, মোৰ মনলৈ তেনে এখন ছবিয়েই আহে। ডলীক মই ওচৰৰ পৰা দেখিছো আজি বহুত বছৰে। তেওঁলোক থকা উজানবজাৰৰ ভাড়াঘৰটোৰ পৰাই এসময়ত মোৰ বিয়া হৈছিল। তাৰ পিছত ১৯৬৪ চনৰ পৰা ওচৰাওচৰিকৈ আছোঁ। তেওঁক চিনি পাইছো বা বুজিছোঁ বুলি ক'বৰ ধৃষ্টতা মোৰ নাই। কিন্তু তেওঁৰ এখন মানসচিত্ৰ মোৰ স্মৃতিত থাকি যাব।

প্ৰকৃতিয়ে বা দৈৱই তেওঁক বহুখিনি দিছিল; দিছিল প্ৰতিভা, দিছিল সহানুভূতিশীল বন্ধু পৰিজন। প্ৰকৃতিয়ে জৈৱিকভাৱে নিদিয়াখিনি জানো ক'ৰপৰা তেওঁ আহৰণ কৰিছিল—ভাবিলে বিস্মিত হওঁ। সেই উৎস-টোকেই বাৰু আত্মা বোলে নেকি, নে বোলে সংস্কাৰ, কাৰণ সংস্কাৰৰ পৰাইতো সংস্কৃতি! তেওঁৰ পিতাক ৺থানেশ্বৰ হাজৰিকাৰ কথা কিম্বদন্তীৰ দৰে শুনিছোঁ; তেওঁ যে সংস্কৃতিবান মানুহ আছিল তাৰ চিনাকি পাওঁ তেওঁৰ দুটা কবিতাত—এটা মৌলিক (বিহুৱান), আনটো অনুবাদ (গোহাঁই গাভৰু), আৰু 'দীনদুখী' নামৰ ভিক্তৰ হুগোৰ অনুবাদ কাহিনীত; তেওঁ যে সুৰুচিবান আৰু চৌখিন তাৰো উমান পাওঁ তেওঁলোকৰ পৰিয়ালৰ পুৰণি আচবাব আৰু তেখেতে এৰি যোৱা সাজ-পোচাকত। তেওঁৰ সংস্কৃতি-সুৰুচিত বাৰু আদৰৰ বৰজীয়াৰী ডলীৰ চিত্তও নিষিক্ত আছিল নেকি?

পিছত, আমাৰ ওচৰতে স্বামী-স্ত্ৰীৰ দুজনীয়া সংসাৰ। তেওঁৰ স্বামী শ্ৰীফণী তালুকদাৰ আৰু ডলী আইদেউ—Made for each other ৰ লেখীয়া বিজ্ঞাপনৰ শিৰোনামা নহয়—They Lived for Each Other! তেওঁলোকৰ যোগেৰে আৰু কোনো পৃথিৱীলৈ নাহিল। সেই অভাৱ হয়তো প্ৰথমতে পূৰাইছিল বৰবাইদেউ হিচাপে তেওঁৰ ভাই-ভনী কেইটিৰে····কিন্তু তেওঁ পৰিয়ালৰ এজনা ধাত্ৰী হৈয়েই থকা নাছিল।

তেওঁৰ অপত্য স্নেহৰ সুধাৰ ধাৰ যেন তেওঁ বোৱাই দিছিল সকলো মাতৃৰ সকলো সন্তানৰ বাবে। তেওঁৰ কোলালৈ নহা শিশুক তেওঁ দেখিছিল তেওঁৰ পৰিধিৰ ভিতৰৰ প্ৰতি গৰাকী মাতৃৰ কোলাত—আৰু সেই প্ৰতিবিম্বিত মাতৃত্বতে তেওঁ বিচাৰি পাইছিল মনৰ আনন্দ, প্ৰাণৰ শান্তি, আত্মাৰ আৰাৰ। □

## ভবাতেই ৰ'ল

ডলী তালুকদাৰ

ভাবিছিলো—জীৱন পাত্ৰ মোৰ
তলসৰা শেৱালিৰে পূৰ্ণ কৰি
তোমাৰ যোৱাৰ পথ দিম ওপচাই
মধ্যাহ্নৰ তেজোদ্দীপ্ত ভাস্কৰৰ জেউতিৰে
মন-প্ৰাণ দিম উজলাই—।
ভাবিছিলো—দুহাতেৰে মোৰ
পূৰ্ণিমাৰ জোনাকৰ মুঠি মুঠি আনি লৈ
সিঁচি দিম তোমাৰ বাটত
চন্দ্ৰমাৰ স্নিগ্ধতাৰে জেতুকা বোলাই লৈ
সানি দিম উষ্ণ কপালত।
ভাবিছিলো—পখীৰ নীড়ৰ দৰে
সাজি থম এখনি আবাস
ভাগৰুৱা দেহা-মন জিৰণিৰ থল
ৰ'ব য'ত শান্তিৰ আশ্বাস।
কিন্তু—ভাৱনাৰ সতে মোৰ বাস্তৱৰ
ঘৰ্ষণ লাগি
একমাত্ৰ সত্য হৈ জ্বলি ৰ'ল
একুৰা জুই
ভাৱনাক দহি দহি আজি মাথোঁ অহনিশে
জ্বলে সেই অগ্নিশিখা
তোমাৰেই মনাকাশ ছুই।



## মনোৰম ব্যক্তিত্বৰ ডলী

অজিত কুমাৰ শৰ্মা
ভূতপূৰ্ব এম, পি

শ্ৰীমতী ডলী তালুকদাৰৰ অকাল মৃত্যুত অসমীয়া সমাজৰ সাহিত্য-সংস্কৃতি ক্ষেত্ৰত এক অপূৰণীয় ক্ষতি হ'ল।

ব্যক্তিগতভাৱে ডলীৰ অকাল বিয়োগত মই অতিশয় দুখ পালো। দুকুৰি বছৰৰ আগেয়ে ডলীক পাইছিলোঁ সন্দিকৈ কলেজৰ ছাত্ৰী হিচাপে। এই কলেজত মই শিক্ষকতা কৰা সুদীৰ্ঘ কলেছোৱাত লগ পোৱা প্ৰতিভাশালী ছাত্ৰীৰ ভিতৰত ডলী আছিল অনান্য। সাহিত্যিক প্ৰতিভা আৰু অমায়িক স্বভাৱে তেওঁক মনোৰম ব্যক্তিত্বৰ গৰাকী কৰি তুলিছিল। জীৱনৰ শেহলৈকে এই ব্যক্তিত্ব ম্লান পৰা নাছিল।

বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লাভ কৰাটো সহজ। কিন্তু প্ৰকৃত উচ্চ শিক্ষা অতি কম সংখ্যকেহে আয়ত্ত কৰে। ডলী আছিল এই সংখ্যালঘিষ্ঠ সকলৰ মাজৰ এজন। □

# শ্ৰদ্ধাঞ্জলি ঃ ববৰা'লৈ

**উষা হাজৰিকা**

নতুন ঘৰখনলৈ বোৱাৰী হৈ আহি যাৰ বহুমুখী ব্যক্তিত্বই মোক অভিভূত কৰি পেলাইছিল তেখেত আছিল আমাৰ সকলোৰে মৰমৰ ববৰা' ডলী বাইদেউ ।

২৭ নবেম্বৰ, শনিবাৰ । দুপৰীয়া ১২.৪০ বজাত আমাৰ সকলোকে কন্দুৱাই থৈ বাইদেউ গ'লগৈ চিৰ সুন্দৰৰ ওচৰলৈ । কি মৰ্মান্তিক, কি করুণ এই অকাল পৰিণতি । আমাৰ ঘৰখনৰ কাৰণে ই বিনামেঘে বজ্ৰপাত ।

আমাৰ শহুৰ দেউতা ৺থানেশ্বৰ হাজৰিকা অসমীয়া সাহিত্যজগতৰ এজন চিনাকি ব্যক্তি । তেওঁ বহুগুণৰ অধিকাৰী বুলি জানিব পাৰিছো । সেই গুণ বাইদেউৰো আছিল । সকলোৰে প্ৰতি সহানুভূতিশীল বাইদেৱে নিজৰ পৰিয়ালৰ, আত্মীয়ৰ, বন্ধু-বান্ধৱী সকলোৰে খা-খবৰ লোৱা নিজৰ কৰ্তব্য বুলি ধৰিছিল ।

All Children are my Children এই মনোভাবেৰে চুবুৰীৰ সকলো শিশুকে সমানে মৰমৰ ভাগ বিলাইছিল । এই মাতৃ সুলভ মনোভাবেৰে পিতৃ-মাতৃ পৰিয়ালৰ কেইটামান অৱহেলিত শিশুক ন জীৱন দান কৰিছিল। নিজৰ মনটোও আছিল শিশুসুলভ । তেওঁ আকাশবাণীৰ অকণি মেলত শিশু উপযোগী বহু ৰচনা প্ৰকাশ কৰি গৈছে ।

বাইদেউ আছিল বৰ মৰমিয়াল । কোনোদিন কাকো টান কথা নকৈছিল । শ্ৰদ্ধা, ভক্তি আৰু ভালপোৱাৰে মানুহৰ মন জয় কৰি আপোন হৈ পৰিছিল ।

বাইদেৱে কিতাপ পঢ়ি বৰ ভাল পাইছিল; নানা ঠাই ভ্ৰমণ কৰি দেশে-বিদেশে বহু মানুহক লগ পাই ন ন অভিজ্ঞতা অৰ্জন কৰিছিল । সেইবোৰ আমাক আজৰিপৰত সাধুকথাৰ দৰে কৈছিল অতি শুৱলাকৈ ।

সকলোৰে ভাল দেখা, ভাল গুণ আয়ত্ব কৰা স্বভাৱটোৰে বাইদেৱে প্ৰায়ে কৈছিল —"উপদেশতকৈ আহিহে ভাল ।"



বাইদেউ ঈশ্বৰ ভক্ত । আপোনজনৰ কিবা অসুখ বা বিপদ-বিঘিনি হ'লে মন্দিৰলৈ শৰাই আগ বঢ়োৱা, কিবা মানস কৰা এটা নিয়মৰ দৰে আছিল; আনকি মৃত্যুৰ আগ মুহূৰ্তত হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰলৈ পূজা-সেৱা আগ বঢ়াইছিল বৰ ভিনদেৱে তেখেতৰ হৈ ।

টি, চি, বহুমুখী বিদ্যালয়খন বাইদেউৰ অতি মৰমৰ স্কুল । শিক্ষয়িত্ৰী হিচাপে সকলো বিষয়তে উৎসাহী বাইদেৱে নিজৰ দায়িত্ব পালন কৰি এই স্কুললৈ গৌৰৱ কঢ়িয়াই আনিলে ।

বাইদেউ সুগৃহিনী আছিল । ঘৰখন পৰিপাটিকৈ ৰখাত আৰু খুটিনাটি সৰু-সুৰা কথাবোৰত মন কৰিছিল । ৰন্ধা-বঢ়াতো পাকৈত আছিল। উলৰ ছুৱেটাৰ কৰি বৰ ভাল পাইছিল ।

সাংবাদিক, সাহিত্যিক বৰ ভিনদেউ শ্ৰীযুত ফণী তালুকদাৰৰ অনুপ্ৰেৰণাত বাইদেৱে যিখিনি চুটি গল্প, অনুবাদ সাহিত্য আৰু শিশু সাহিত্যলৈ অৰিহণা আগবঢ়ালে সেইখিনি আমাৰ বৰ আপুৰুগীয়া সম্পদ ।

মৃত্যুৰ পিচদিনা আকাশবাণীত প্ৰচাৰ কৰা "মাতৃ" গল্পটো আমাৰ জী ৰাখীক পঢ়ি শুনাই তাইৰ মতে চৰিত্ৰৰ নাম দিছিল ।

ববৰা' আমাৰ মাতৃতুল্য । তেখেতৰ পূণ্য আত্মাৰ শান্তিৰ বাবে মোৰ শোকাৰ্ত হিয়াৰ এয়ে অশ্ৰুৰ অঞ্জলি ।

# Lingering Memories

**Natyapıahakar Satya Prasad Barua**

( Published in The Assam Tribne on 4.12.93

Dolly Talukdar is no more! Although she had shuffled off her mortal coil at the age of sixty or may be a year or two more, to me, whom she had lovingly called Tommy Dada, she was a veritable doll—sweet, soft and simple. Her late father Thaneswar Hazarika was well known to me, and, when after his untimely death the family came to live with their uncle at their Lamb Road house in Guwahati, I was a frequent visitor along with Dr Maheswar Neog, a close relations of theirs. I still remember with nostalgia the delicacies her affable mother had prepared for us both.

In the meanwhile she grew up into a lovely maiden with a mellow voice and became a student of Kamrup Music College of which I was the Secretary. When Akashvani, Guwahati was established in July 1948, I joined as a Progıamme Officer along with Sri P Talukdar, Late B.K Phukan, Sri Abani Das and a few others. Sri Talukdar and late Phukan were senior to me by about fifteen days. Sri S.A Malik, Dr Bhupen Hazarika, late Ranjan Bora and Late Raushanara Khatun were our compatriots. Our primary duty for the nascent Radio Station was to search out talents to feed the drama and music programmes. As far I remember Smti Kalyani Phukan, Smt Tultul Barua and late olly D Hazarika ( Talukdar ) were among the first batch of artists who came forward to participate in the programmes of the Guwahati Station. For the Shillong Studios, a separate panel of artists was created.



Dolly first started as a music artist and later joined the drama section. When she, according to rules, was asked to select one of the two she opted fo drama and literally became the jewel of the section. Sri D.K Sengupta, the then Asstt Station Director who directed **Sewali,** my adaptation of **Karengar Ligiri,** was simply enamoured by her soft mellow voice typically suitable for the role. I had to work hard to match my voice as 'S..ndar' with that of hers. In my production of late Roma Das's **"Jahnabi"** and **"Barasar Rati"** (both the stoies were adapted by me) Dolly reached histrionic heights that cast a spell over the listeners.

Unfortunately Dolly had to give up participating in radio programmes because of her marriage with Sri P. Talukdar as the rules existing at that time did not allow the spouse of a staff to take part in programmes. Though the doors of the radio station were literally closed for Dolly,s inimitable voice particulars as a drama artist, her literary and cultural talents were not nipped in the bud. She started discovering new pastures and soon made her mark as a popular story writer and a loveable teacher and had won the President's Award as a teacher just a couple of years before her demise. Her short stories were being published almost re-

gularly in in Assamese Journals and broadcast over All India Radio. As a representative of the Assam Mahila Samity she visited several European countries and projected Assamese culture and the problems of Assamese women. Besides her two collections of short stories. **"Madhulekoa"** and **"Man Mati Megh"**, she had translated for the National Book Trust of India quite a few books in her lucid language. As in her life so in her death she has left behind sweet and pleasant memories that will linger for many years to come.



# IN MEMORY OF A FRIEND

**Dolly Talukdar**

About four decades ago **I** met a beautiful and ever smiling girl at Dibrugarh. I had been to Dibrugarh in connection with my maternal uncle's marriage. Both of us in our first meeting become intimate to each other, it so happend perhaps due to her amiable nature and child-like simplicity. She was no other than Ropalitara Kakoti (Rajkhowa at that time) whom we used to call RANGOLI (dropping 'Kon'), her pet name being RANGOLI-KON.

Then again at the end of the year 1947, I met her as my class mate in the Handique Girls' College at Guwahati. Now our friend-circle became a wider one. Anu, Mamoni, Mrinalini, Rangoli and myself formed the circle. We were so close to each other that we could never remain alone even after college hours. In the evenings, we spent our time sitting on the bank of the river Brahmaputra or on the steps of the Church in the church field. We used to wear the clothes of same material, blouses of same colour and scarves in winter made of same woolen materials and same colour. In every function of our college, we used to put on red blouses. So the students of higher classes termed us as **"Lal Kutas"**. Their deriding remarks hurt us and we felt annoyed. But Rongoli with her simplicity

always asked us to ignore all those silly remarks. "Ignore their remarks; our silence will be their gretest insult" —She said. Always she advised us to take everything easy,—whenever we felt depressed for some reason or other.

In our college days, how happy and jayful were we! Under the large **'Krishnachura'** tree, we spent our off-periods planning our future. We were members of "Student Congress", subsequently of the "Young Socialist League" and attended the seminars debates, group-discussions held under all those organisations. We never missed lactures delivered by the great leaders like Late Hem Baruah, Late Hareswar Goswami and others.

At that time, girls were not so free to attend functions and meetings held outside; But we five didnot hesitate to join in such functions which we felt to be useful. We even dared to write a letter in the newspaper in support of co-acting when the great patriot Ambikagiri Roychoudhury vhemently opposed it. Of course we had to face many rough and rude remarks from our elders as well as friends, though however many others appreciated our noble curage.

In course of time, Rangoli, Anu, Mamoni, Mrinalini all became busy in their own sphere. They became mothers and then grandmothers; their grandchildren and children occupied most of their time But in the midst of household drudglry, Rangoli made time to engage herself in social as well as literary works. She was an active member of Mukul Sangha, a Shillong Mahila Samity.



In our college days, we imagined that when our old age would make us unable to do any other works, we would take resort to the happy moments of our bygons days. All of us would get together and recollect these sweet memories. Once one of our well-wishers addressed us as "Pancha Pradeep" (Five Lamps) to convey best wishes for exam. But also, on the morning of 11th June when the heart-reading news of Rangoli's death on 10th came to me—I cried, "Oh. One of the 'Pradeeps' had gone out for ever". But in the next moment I thought Rangoli was not only a 'Pradeep' she was a 'Tara' (Star) also. Erom the blue sky above us, the 'silvery star' will always beam and ask me as she wrote in my autograph, "Dolly dearie—Familiarity breeds contempt—do you agree? "And I—her friend' in my lonely moments will seek that Rupali tara as a star in the blue sky and reply, "No, Rangoli it cad't be—I will be your friend forever, ttill the end comes to me also."

# “জিৰণীয়া মউ”

[ চিত্ৰাঙ্গদা ১৫-৩১ ডিচেম্বৰ ৯ ]

এইবাৰ পূজা সংখ্যা ‘অসম বাণী’ত ডলী তালুকদাৰে এটা গল্প লেখিছিল, গল্পটোৰ নাম আছিল ‘জিৰণীয়া মউ’। অন্তৰ চুই যাব পৰা এটা সৰু গল্প। এজনী সৰু বন কৰা ছোৱালীৰ গল্প----যিজনী ছোৱালী বাস্তৱ জীৱনত সঁচাকৈয়ে ডলীৰ ঘৰত কাম কৰিছিল আৰু শেষত পুনৰ উভতি গৈছিল নিজৰ ঘৰলৈ; ডলীয়ে ইয়াত ছোৱালীজনীৰ পৰিণতিটো ডঃ ভবেন শইকীয়াৰ ‘সন্ধ্যাবাগ’ৰ দৰে কৰি দেখুৱা নাই। ডলীৰ গল্পটোৰ সমাপ্তি বৰ অৰ্থবহ, অকণমানি ছোৱালীজনীয়ে চহৰৰ মধ্যবিত্ত ঘৰ এখনত থাকি স্বাভাৱিক ভাৱেই চহৰীয়া বহুতো আদব-কায়দা শিকিছিল, ‘বাই বাই, টা টা’ৰ দৰে ইংৰাজীতে জনোৱা বিদায় সম্ভাষণ ইংৰাজীৰ এ বি চি ডিটো নাজানিও শিকিছিল আৰু শেষত সেই ‘বাই বাই টা টা’ কৈয়ে তাই বনকৰা ছোৱালী হৈ থকা ঘৰখনৰ পৰা বিদায় মাগিছিল। তাৰ পিছত গল্পৰ লেখিকাই অৰ্থাৎ ডলী তালুকদাৰে সেই গল্পৰ মোখনি মাৰিছে এইদৰে যে তাই যেন সেই ‘বাই বাই টা টা’ৰে কেৱল গৃহস্থ ঘৰখনকে নহয়, তেওঁলোকৰ নগৰীয়া অন্তঃসাৰশূন্য সভ্যতাকো বিদ্ৰূপেৰে বাই বাই টাটা কৰি গৈছে।

সঁচায়ে এটা সুন্দৰ গল্প। কিন্তু আজি মোৰ সেই গল্পটো ব্যঙ্গ আৰু কাৰুণ্যৰ বাবে মনত পৰা নাই, পৰিছে তাৰ নামটোৰ বাবে। জিৰণীয়া মউ। কি যে অৰ্থবহ নাম এটা, অকল বন কৰা ছোৱালীজনীৰ বেলিকাই নহয়, সেই নামটো যে আমাৰ সকলোৰে বাবেই প্ৰযোজ্য তাক ডলীয়ে প্ৰমাণ কৰি দি গ’ল যোৱা ২৭ নবেম্বৰৰ দিনা আৰু আমি সকলোৱেও সেই কথাকে প্ৰমাণ কৰিম) হয়তো কোনোৱে আগে কোনোৱে পিছে (যে এই পৃথিৱীখনত আমি একো একোটা জিৰণীয়া মউহে, দুদিনৰ বাবেহে আমি ইয়াত থাকিবলৈ আহিছোঁ----কাৰণ ৰবীন্দ্ৰনাথৰ ভাষাত ক’বলৈ হ’লে ‘জীৱনেৰে কে, ৰাখিতে পাৰে আকাশেৰ প্ৰতি তাৰা ডাকছে তাহাৰে—এৰা, আকাশত প্ৰতিটো তৰাই যেন আমাক হাত বাউল দি পৃথিৱীৰ সিপাৰৰ সেই তৰাৰ ৰাজ্যলৈ মাতি আছে, মোৰ অন্ততঃ ৰাতিৰ তৰা ভৰা আকাশৰ তলৰ



মুকলি ঠাইত থিয় দিলেই ‘শাহজাহান’ কবিতাটোৰ এই দুটা বাক্য মনলৈ আহে আৰু এই ভাবটো হয়, তাৰ পিছত লগে লগে গাটো চমচমাই উঠে।

যিহওক, তেওঁৰ ‘জিৰণীয়া মউ’ গল্পৰ নায়িকাৰ দৰেই মোৰ বন্ধু সুলেখিকা ডলী তালুকদাৰে হঠাতে হৃৎযন্ত্ৰৰ ক্ৰিয়া বন্ধ হোৱাত আমাক সকলোকে ‘বাই বাই টাটা’ দি স্বৰ্গৰ তৰাৰ আহ্বানত স্বৰ্গলৈ গ’লগৈ। আৰু মোৰ দৃঢ় বিশ্বাস যে ডলী স্বৰ্গলৈকে গৈছে, কাৰণ এখন মহৎ আৰু দয়ালু হৃদয়ৰ মানুহজনীস্বৰ্গৰ বাহিৰে আন ক’লৈকো যাব নোৱাৰে।

ডলী তালুকদাৰ নানা গুণেৰেই বিভূষিতা আছিল। হাঁহিলে চকু তিৰবিৰোৱা, সুগঠী মুখৰ এই গল্প লেখিকা গৰাকী তাৰিণীচৰণ উচ্চ মাধ্যমিক স্কুলত শিক্ষকতাৰ কাম কৰি থাকোতে কৃতী শিক্ষিকা হিচাবে ৰাষ্ট্ৰপতিৰ পুৰস্কাৰো পাইছিল। ১৯৪৭ চনত অল্ ইণ্ডিয়া ৰেডিঅ’ প্ৰতিষ্ঠা হোৱা দিনৰে পৰা তেওঁ বহুত দিন তাত গান পৰিৱেশন কৰিছিল, (সেই বছৰ তেওঁ তাৰিণী চৰণৰ পৰা মেট্ৰিক পাছ কৰিছিল) ৰেডিঅ’ নাটকত অভিনয় কৰিছিল। এইবোৰ কৃতিত্বৰ লগতে আন যি কৃতিত্বই তেওঁক সকলোতকৈ বেচি মৰ্যাদা সম্পন্ন আসনখন দিব পাৰিছে সি হ’ল তেওঁৰ অসমীয়া গল্প সাহিত্যলৈ বৰঙণি। মাত্ৰ কেইদিনমান আগতে প্ৰকাশ পোৱা (আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই প্ৰকাশ কৰা) অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ (ষষ্ঠ খণ্ড) চুটি গল্প’ নামৰ প্ৰবন্ধটোত কটন কলেজৰ প্ৰাক্তন ইংৰাজীৰ অধ্যাপক শ্ৰীউপেন্দ্ৰনাথ শৰ্মাই ডলীৰ বিষয়ে ক লিখিছে ইয়াত উদ্ধৃত কৰাটো নিশ্চয় প্ৰাসংগিক হ’ব।----‘ডলী তালুকদাৰৰ ‘পাঞ্চালী’ এটা সুন্দৰ চুটি গল্প। মুখেৰে অনৰ্গল বকি থকা পাঞ্চালীয়ে স্বামী, সন্তান আৰু শাহুৱেকৰ ভৰণ-পোষণৰ বাবে উদয়াস্ত খাটি ঘৰখন প্ৰতিষ্ঠা কৰাৰ সপোন দেখে। কিন্তু সপোন ফলিওৱাৰ মহূৰ্তত তাই দেখে যে গিৰিয়েকে আন এজনী তিৰোতাক ঘৰ সুমুৱাইছে। জীৱনত প্ৰথমবাৰৰ বাবে তাইৰ মুখৰ মাত নোহোৱা হয়। তাই ঘৰ এৰে আৰু অনাথ শিশুক প্ৰতিপালন কৰি হিয়া জুৰাবলৈ প্ৰতিজ্ঞা কৰে। গল্পটোৰ পৰিস্থিতি আদি চমকপ্ৰদ হ’লেও এনেবোৰ গল্পত ভাবপ্ৰবণতাৰ স্থান নাই বুলিলেও হয়। চৰিত্ৰ উপস্থাপনৰ ক্ষেত্ৰতো লেখিকাই সূক্ষ্মদৃষ্টি আৰু বাস্তৱবোধৰ পৰিচয় দিছে।" (চুটি গল্প ১৯৫০-১৯৯০, পৃষ্ঠা ৪৮১, অসমীয়া সাহিত্যৰ বুৰঞ্জী, ৬ষ্ঠ খণ্ড)। কিন্তু বৰ পৰিতাপৰ কথা যে ডলীয়ে তেওঁৰ মৃত্যুৰ পিছত ওলোৱা এই গ্ৰন্থখন নিজ চকুৰে চাই যাব নোৱাৰিলে।

পিছে মোৰ বাবে সাহিত্যতকৈ জীৱন বেচি মূল্যবান, হৃদয়হীন আৰু ঠেক মনোবৃত্তিৰ পণ্ডিত বা লেখকতকৈ হৃদয়বান আৰু উদাৰ সাধাৰণ মানুহৰ মূল্য মোৰ বাবে বহুত বেচি। ডলী তালুকদাৰ আছিল সেই বিধৰ লেখিকা যি নিজৰ গল্পৰ সহানুভূতিৰ ফল্গুধাৰাটো আপোন অন্তৰতো সততে বোৱাই ৰাখিছিল। তেওঁৰ সংস্পৰ্শলৈ অহা সকলো মানুহেই (ঘৰৰ লগুৱাৰ পৰা বন্ধু-বান্ধৱ, ওচৰ চুবুৰীয়া, আত্মীয় স্বজন সকলোকে ধৰি ? তেওঁৰ এই মৰমিয়াল অন্তৰখনৰ উম পাইছিল। ময়ো একেদৰে তেওঁৰ মৰমৰ ভাগ পাইছিলো ।

ডলী তালুকদাৰৰ আন যি এটা গুণে মোক মুগ্ধ কৰিছিল স হ'ল তেওঁৰ সংগ্ৰামী শক্তি, তেওঁৰ fighting Spirit । বহুত বছৰৰ পৰা তেওঁ হাঁপানী বেমাৰত ভুগি আছিল, ব্লাডপ্ৰেছাৰৰো তেওঁ ৰোগী, এবছৰ আগতে বিছনাৰ পৰা নামিবলৈ গৈ পৰি তেওঁৰ ভৰিও ভাগিছিল আৰু কেবা-মাহো শয্যাগত হৈ থকাৰ পিছত দুই তিনিমাহমান আগতেহে খোজ কাঢ়িব পৰা হৈছিল। কিন্তু এই ৰোগ তাপে ডলীৰ মুখৰ প্ৰফুল্ল ভাৱ কেতিয়াও কাঢ়ি নিব পৰা নাছিল, অন্ততঃ মই যেতিয়াই লগ পাইছিলোঁ তেতিয়াই তেওঁক প্ৰফুল্ল মনেৰে থকাকে দেখিছিলোঁ। জীৱনৰ প্ৰতিকাৰহীন দুখ দুৰ্ভোগ মানি ল'ব পৰা বা তাক লৈ কোনো ধৰণৰ ওজৰ-আপত্তি কৰি নথকাটো মোৰ বোধেৰে সকলোৱে অনুকৰণ কৰিবলগীয়া এটা ডাঙৰ গুণ। ডলীৰ ক্ষেত্ৰত আৰু এক প্ৰশংসনীয় কথা মই ইয়াকো দেখিছিলোঁ যে তেওঁ অসুখীয়া গাৰেও যথেষ্ট পঢ়া-শুনা আৰু লেখালেখি কৰি থাকিছিল। বেমাৰ নেওচি এইদৰে কাম কৰি যোৱাতে মই তেওঁৰ সংগ্ৰামী সত্বাটো আটাইতকৈ বেচি শক্তিশালী প্ৰকাশ ঘটিছিল বুলি ভাবো ।

এতিয়া আৰু ডলী আমাৰ মাজত নাই। আমি এজনী অতি মৰমৰ, শ্ৰীফণী তালুকদাৰে এজনী সৰ্বগুণী প্ৰিয়তমা পত্নী আৰু আত্মীয় স্বজনে এগৰাকী অতি হৃদয়বতী আপোনজন হেৰুৱাৰ লগতে অসমবাসীয়েও এগৰাকী সুলেখিকা হেৰুৱালে। এইদৰে তেওঁৰ মৃত্যুৱে সকলোকে নানা ধৰণে দুখ দিয়াই নহয়, ক্ষতিও সাধি গ'ল। পিছে জীৱনৰ এয়েতো নিয়ম, এয়েতো পৰিণতি। তাকেই ভাবি আমি অন্তৰত সান্ত্বনা লভাৰ চেষ্টা কৰিব লাগিব। কাৰণ-জীবনের কে ৰাখিতে পাৰে- - - - - - - -'। অৱশ্যে কিছুমান মানুহে মৰিও অমৰত্ব লাভ কৰে তেনে অমৰত্ব লাভ হয় সাহিত্য, সংগীত, চিত্ৰকলা চিনেমা, সমাজসেৱা ৰাজনীতি আদিলৈ উল্লেখযোগ্য বৰঙণিৰে। ডলী তালুক দাৰো যে তেনেকৈ অমৰ হৈ ৰ'ল তাৰ সাক্ষীতো অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ষষ্ঠ খণ্ড। তেওঁক হেৰোৱাৰ দুখৰ মাজতো আমাৰ সেয়ে আনন্দ। *

* নিৰুপমা বৰগোহাঞি।



# মোৰ প্ৰেৰণাৰ উৎস—দেউতা

ডলী তালুকদাৰ

মোৰ জীৱনৰ সকলো ক্ষেত্ৰতে সকলো কামৰ প্ৰেৰণাৰ উৎস আছিল মোৰ দেউতা স্বৰ্গীয় থানেশ্বৰ হাজৰিকা। ল'ৰালিৰ দিনবোৰৰ কথা ভাবিলে মোৰ পোনতেই মনত পৰে খানাপাৰা কৃষি ফাৰ্মৰ নিজম পৰিবেশত কটোৱা সময়ৰ কথা। দেউতা আছিল চৰকাৰী ফাৰ্মখনৰ মেনেজাৰ। আজিৰ খানাপাৰা আৰু তাহানিৰ খানাপাৰাৰ মাজত বহুত পাৰ্থক্য আছিল। তেতিয়াৰ গুৱাহাটী নগৰৰ পৰা কেইবা মাইল আঁতৰত এক শান্ত নিৰিবিলি পৰিবেশত তাহানিৰ খানাপাৰা ফাৰ্মখন। আমাৰ কোৱাৰ্টাৰৰ মাত্ৰ কিছু দূৰত ফাৰ্মত কাম কৰা কৰ্মচাৰীসকলৰ বাসগৃহ, অনতি দূৰত গৰুৰ গোহালিবোৰ, কুকুৰাৰ সজা, গুদাম ঘৰ ইত্যাদি। আমি তাত থকাৰ সময়ত আমাৰ লগ বুলিবলৈ কোনোৱেই নাছিল। কৰ্মচাৰীসকলৰ কোনোবা অবিবাহিত, কাৰোবাৰ লগত পৰিয়াল নথকা। সেই নিজম পৰিবেশত সন্ধিয়া হোৱাৰ লগে লগেই নিশাৰ এন্ধাৰ নামি আহিছিল। বিজুলীবাতিৰ ব্যৱস্থা নাছিল। লণ্ঠনৰ পোহৰত, মহৰ উপদ্ৰৱ পৰা হাত সাৰিবলৈ জাল লগোৱা ঘৰৰ বাহিৰত উৰি ফুৰা জোনাকী পৰুৱাবোৰ চাই চাই আমি সময় কটাইছিলো। মায়ে আমাক গধূলি দুঘন্টাকৈ পঢ়োৱাৰ পাচত আমাৰ অফুৰন্ত অৱসৰৰ সময়। আমি তিনিটা বাই-ভায়েনো কিমান খেলিম, কিমান কথা পাতিম? দেউতাই আমাৰ অৱস্থাটো উপলব্ধি কৰিছিল কাৰণেই নিশ্চয় সন্ধিয়া অফিচৰপৰা আহি জিৰাই-শঁতাই পৃথিৱীৰ বিখ্যাত গল্প সংকলন এখন মেলি লৈ অসমীয়াতে ভাঙনি কৰি গল্পবোৰ শুনাইছিল। তাৰে দুটামান দেউতাৰ নিৰ্দেশক্ৰমে মই অসমৰ পটভূমিত পেলাই লেখিছিলো। তেতিয়াৰ তিনিদিনীয়া অসমীয়াৰ সম্পাদক ৺যোগেন্দ্ৰনাথ বৰকাকতীয়ে তেওঁৰ কাকতত মোৰ গল্পকেইটা প্ৰকাশ কৰি উৎসাহ দিছিল। দেউতাৰ লগতে এইজন ব্যক্তিকো মই সদায় কৃতজ্ঞতাৰে সোঁৱৰো। সেই সময়ত লেখা 'বিজয়াৰ বিসৰ্জন', 'কৰুণ স্মৃতি' নামৰ গল্প দুটামানৰ কথা মনত আছে। দেউতাই

মোক বহী এখনত গল্পবোৰ কাটি আঠা লগাই থ'বলৈ দি কৈছিল—"ডাঙৰ হ'লে তোমাৰ নিজৰে পঢ়ি ভাল লাগিব।" কথাটোত সিমান গুৰুত্ব দিয়া নহ'ল কাৰণেই সেইকেইটা গল্প আজি পাহৰণিৰ গৰ্ভত বিলুপ্ত।

মাজে মাজে দেউতাৰ কথা নুশুনা বাবে নিজকে বৰ দোষী দোষী যেন লাগে, অনুতাপো হয়। জীৱনত আজি যদি গল্প লেখিকা হিচাপে কিবা অকণমানো বৰঙণি যোগাইছো, তাৰ বাবেতাহানিতে দেউতাৰ পৰা পোৱা প্ৰেৰণাই যে ঘাই উৎস, সেই কথা অনস্বীকাৰ্য্য।

অকল গল্পৰ ক্ষেত্ৰতে নহয়, জীৱনৰ কিছুমান সৰু-সুৰা কথাতো দেউতাৰ কথা পদে পদে মনত পৰে। ঘৰৰ বন কৰা ল'ৰা-ছোৱালীক দেউতাই বৰ মৰম কৰিছিল। আমি কেতিয়াবা দাবি-ধমকি দিলে দেউতাই কৈছিল, "সিহঁত সৰু মানুহ, সিহঁতে ওলোটাই তোমালোকক কিবা ক'বলৈ ভয় কৰে। কিন্তু সিহঁতৰ অন্তৰত তোমালোকৰ ব্যৱহাৰে যি আঘাত দিয়ে, সেই আঘাতে তুমি নজনাকৈয়ে তোমাকো কেতিয়াবা দুখ দিব।" দেউতাৰ এনে ধৰণৰ কথাৰ কাৰণেই বোধকৰো মই আজিৰ এই বয়সতো, এগৰাকী গৃহিণী হৈও—বন কৰা ল'ৰা-ছোৱালীক টানকৈ কথা কব নোৱাৰো। বহুতে মোৰ এইটো দুৰ্বলতা বুলি ভাবে আৰু হাঁহে।

দেউতাৰ মানত মানুহ সকলো সমান। এইখিনিতে মই এটা সৰু উদাহৰণ দিয়াৰ লোভ সামৰিব নোৱাৰিলো। আমি মহিলাবোৰে সাধাৰণতে বেছিকৈ সংস্কাৰ মানি চলো। এবাৰ মোৰ ভনী লিলিয়ে তাইৰ লগৰ ছোৱালী এজনীক ৰান্ধনিঘৰলৈ পানী খুৱাবলৈ লৈ আহিছিল। আমাৰ 'মা' এই বিষয়ত অলপ নীতি-নিয়ম মনা মনৰ আছিল। মই লিলিক পাচত কলো "তইযে ঘপহকৈ দীপালিক ৰান্ধনি ঘৰলৈ সুমুৱালি, তাইৰা কি মানুহ—মায়ে গম পালে মজাটো দিব, ৰবি।" লিলিয়ে ভয়তে ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। দেউতাই লিলিয়ে কন্দা কাৰণটো গম পাই ক'লে, "বাইদেউবাহে, সৰু মানুহ। যিবোৰে বেয়া কথা চিন্তা কৰে, বেয়া কথা কয়—সেইবোৰ বেয়া মানুহ। দৰাচলতে জাত-বংশ বুলি কোনো কথা নাই, মনৰ উদাৰতা আৰু নীচতাহে মানুহৰ পৰিচয়।" দেউতাৰ কথা শুনি লিলিৰ পাচত মোৰহে কন্দাৰ পাল পৰিল। কিন্তু সেই কোমল বয়সতে দেউতাৰ কথাষাৰে মোৰ মনত যি ৰেখাপাত ক'ৰলে আজিলৈকে সি মচ খোৱা নাই। মই কোনো জাত-পাতৰ বিচাৰ নকৰো, আমাৰ বৰ্তমানৰ ঘৰখনত সকলোৰে সমান অধিকাৰ—সকলোৱে অবাধে ৰান্ধনি ঘৰত বহি ভাতপানী খাই যায়।



দেউতাৰ সান্নিধ্যলৈ আহি নামতীয়াল বৰুৱাৰ ঘৰৰ জীয়ৰী মা'বো (প্ৰসিদ্ধ বুৰঞ্জীবিদ ৺ কনকলাল বৰুৱাৰ ভ্ৰাতৃ তথা আপকাৰী বিভাগৰ এসময়ৰ উচ্চপদস্থ বিষয়া ৺মহেন্দ্ৰলাল বৰুৱাৰ বৰজীয়ৰী) গোড়া মনোভাব, সংস্কাৰ, ৰীতি-নীতিৰ বহুখিনি নোহোৱা হৈ গৈছিল। ধনী-দুখীয়া, উচ্চ-নীচৰ ব্যৱধান নমনা দেউতাক মোৰ সৰুৰে পৰা কিবা দেৱতা দেৱতা যেন লাগিছিল। ফাৰ্মৰ কামৰ খেতি পথাৰৰ পৰা বোকাপানী গছকি দেউতাৰ ওচৰলৈ অহা গাওবুঢ়া, খেতিয়ক আদিক দেউতাই মায়ে সুন্দৰকৈ সজাই থোৱা চ'ৰা ঘৰত বহুৱাই চাহ পানীৰে আপ্যায়িত কৰিছিল। মায়ে "বাৰান্দাত বহুৱাই খুৱালেই হয় দেখোন" বুলি কৰা প্ৰতিবাদত দেউতাই কৈছিল "কিবা যদি লেতেৰা কৰিছে মই চাফ্ কৰি দিম, তুমি ভাবিব নেলাগে।" এইদৰে দেউতাই উপদেশেৰে নহয়, আহিৰে আমাৰ জীৱনত বহুতো ক্ষেত্ৰত বাট দেখুৱাই গৈছে।

আনহাতে দেউতা বৰ চৌখীন মানুহ আছিল। তেতিয়াৰ দিনতে 'কেটেলগ' চাই কলিকতাৰ 'হোৱাইটৱে লেইডল' কোম্পানীৰ পৰা সাজ পোচাক চিলোৱাই আনিছিল। চাহাবী সাজপাৰ পৰিধান কৰিছিল যদিও বিয়া-সভাহ, বিহু আদিত সদায় পৰিপাটিকৈ ধুতি, পাটৰ পাঞ্জাবী পিন্ধি এখন চাদৰ লোৱাহে দেখিছিলো।

দেউতাই 'দীন-দুখী' নামেৰে ফৰাচী সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস 'লা-মিজাৰেবল'ৰ ভাঙনি কৰিছিল,—নামবোৰ যাতে শুদ্ধ হয় তাৰ বাবে দেউতাই বন্ধু পত্নী এগৰাকী ফৰাচী মহিলাৰ সহায় লৈছিল। 'লৰ্ড আলিনছ ডটাৰ' নামৰ কবিতাটো 'গোহাঞি গাভৰু' নামেৰে অসমৰ পটভূমিত পেলাই সুন্দৰকৈ অনুবাদ কৰিছিল। সেই কবিতাটো ডঃ মহেন্দ্ৰ বৰা সম্পাদিত উচ্চ তৰ মাধ্যমিকৰ কবিতা সংকলনত অন্তৰ্ভুক্ত হৈছে। বিহুৰ সময়ত নিজে ৰচা সৰু সৰু কবিতা ছপোৱা 'কাৰ্ড'ৰ যোগেৰে আত্মীয় স্বজন, বন্ধু-বান্ধৱলৈ বিহুৰ সম্ভাষণ জনাইছিল।

"কেতেকীৰে তিল, নাহৰৰে ঘিলা
সাজিছো বিহুৰে পিঠা
কেতেকীৰে চিৰা চেনেহৰে দৈ
কুউ কুউ মাতেৰে মিঠা"
"মৰমৰ দীঘ দি, চেনেহৰ বাণী লৈ
হেঁপাহৰ আঁচুৰে বোৱা
সপোনৰ গুলেৰে ফুলাম মোৰ বিহুৱান
মনেদি এবেলি লোৱা"—

এইবোৰ যে দেউতাই ৰচি থৈ যোৱা আজিব চামৰ বহুতেই নেজানে।

'দুখীয়া' ছদ্ম নামেৰে দেউতাই ফিলিপিনছৰ বিদ্ৰোহী কবি বিজেলৰ বিষয়ে তাহানিৰ 'জয়ন্তী' কাকতত প্ৰবন্ধ এটি লেখিছিল। দেশপ্ৰেমী অম্বিকা গিৰি ৰায়চৌধুৰী আদিৰ দৰে বন্ধুৰ সান্নিধ্যত দেউতাৰ মনতো যে দেশপ্ৰেমৰ জুই উমি উমি জ্বলি আছিল, সেই কথা আমি গম পাইছিলো। মনত পৰে, স্বাধীনতা আন্দোলনত যেতিয়া বহুতো মুক্তিকামী দেশনেতা জেললৈ যাব-লগীয়া হৈছিল, দেউতাই দেশৰ বিপৰ্য্যয়ৰ কথা কৈ বেজাৰ কৰিছিল আৰু অলপ পাচতে প্ৰকৃতিস্থ হৈ অম্বিকাগিৰি ৰায়চৌধুৰী ৰচিত "আজি বন্দো কি ছন্দেৰে" গীতটি প্ৰায়ে আমাক গাবলৈ কৈছিল।

'বাঁহী' আলোচনীত ছোৱা ছোৱাকৈ প্ৰকাশ পোৱা ভিক্টৰ হিউগো'ৰ 'লা-মিজাৰেবল'ৰ অসমীয়া ভাঙনিৰ 'দীন দুখী' নামটো হেনো সাহিত্যৰথী লক্ষীনাথ বেজবৰুৱাই দিয়া। দেউতাই 'দীন দুখী'খন আটক ধুনীয়াকৈ ছপাই উলিয়াবলৈ পাণ্ডুলিপি কৰি থোৱাতে থাকিল। মোৰ তেৰ বছৰ বয়সতে দেউতাই অকালতে আমাক এৰি থৈ গ'ল। পাচত অসম প্ৰকাশন পৰিষদৰ আৰ্থিক অনুদানৰ সহায়ত আমি কিতাপখন ছপাই উলিয়াইছিলো। দেউতাৰ মৃত্যুৰ সময়ত আমি সৰু আছিলো কাৰণে দেউতাৰ আন বহুতো বহুমূলীয়া ৰচনা সু-সংৰক্ষণৰ অভাৱত হেৰাই থাকিল। 'দীন-দুখী'খন প্ৰকাশৰ বাবে আমাৰ সৰু ভাই ৺বিভবেশ্বৰ হাজৰিকাৰ (টুটু) নেৰানেপেৰা চেষ্টাৰ কথা এইখিনিতে উল্লেখনীয়।

দেউতা এজন সু-অভিনেতা আছিল বুলিও বহুতৰ মুখত শুনিবলৈ পাও। অভিনয়ৰ প্ৰতি মোৰ যিটো আকৰ্ষণ, সেয়াও মই চাগৈ দেউতাৰ পৰাই পোৱা। আমি সৰুতে ঘৰুৱা ভাবে ঘৰে ঘৰে অস্থায়ী মঞ্চ সাজি নাটক কৰিছিলো। দৰ্শক আছিল আমাৰ মা-দেউতা প্ৰমুখ্যে অভিভাৱক-সকল। নাটকখনৰ নামটো পাহৰিলো,----তাত মই কৃষ্ণাকুমাৰী নামৰ এগৰাকী ৰাজকন্যাৰ ভাও লৈছিলা। দেউতাই মোক ভাওটো কেনেকৈ কৰিব লাগিব শিকাই দিয়া কথাটো আজিও ৰিণিকি ৰিণিকি মনত পৰে। এইদৰে জীৱনৰ প্ৰথম তেৰটা বছৰতে দেউতাই মোক বহুতো দৃষ্টান্ত দেখুৱাই গ'ল----বহুতো কথা শিকাই গ'ল--। পিতৃৰ স্নেহ আৰু আশীৰ্বাদ ধন্যা পুত্ৰীয়ে আজি দেউতাৰ মহান আত্মাক মোৰ কাৰ্য্যেৰে কিমান দূৰ সুখী কৰিব পাৰিছো জনাৰ উপায় নাই। আত্মা যদি সঁচাকৈয়ে অবিনাশী তেনেহলে জীৱনৰ শেষ দিনলৈকে সেই পুণ্যাত্মাই দেখুৱাই যোৱা পথেৰে বাট বুলিবলৈ যোগ্য হোৱাৰ বাবে সদায় মই তেওঁৰ মৰমৰ আশীৰ্বাদ ভিক্ষা কৰি থাকিম।



# শ্ৰদ্ধাঞ্জলি

অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা

সুপ্ৰসিদ্ধা শিক্ষাবিদ আৰু গল্পকাৰ ডলী তালুকদাৰৰ অকাল বিয়োগৰ বাতৰি পাই মৰ্মাহত হৈছিলো। ডলী তালুকদাৰে কলেজীয়া জীৱনৰ আকাশ বাণীৰ মহিলা শিল্পী হিচাপে প্ৰতিষ্ঠা লাভ কৰে। গীত-মাত আবৃত্তি আদিৰ উপৰিও তেওঁ অনাতাঁৰ নাটকতো অংশ গ্ৰহণ কৰে। তেওঁ এগৰাকী আগ-শাৰীৰ গল্প-লেখিকা। তেওঁৰ সাহিত্যিক ৰচনা সমূহ একেলগে প্ৰকাশ কৰিব পাৰিলে পাঠক সমাজে তেওঁৰ সাহিত্য-চৰ্চাৰ গুৰুত্ব অনুধাৱন কৰিব পাৰিব। মানবীয় অনুভূতি আৰু অনুকম্পা ডলী তালুকদাৰৰ গল্পৰ কেন্দ্ৰীয় সুৰ নিম্ন-মধ্যবিত্ত, 'ছন্নছাড়া'ৰ জীৱনৰ সুৰ তেওঁ ধৰি ৰাখিবলৈ সক্ষম হৈছিল। তেওঁৰ ভাষা নিমজ আৰু প্ৰকাশিকা শক্তি সুন্দৰ। তেওঁ নাৰীৰ মৰ্ম্ম-বেদনা গভীৰ ভাৱে অনুভৱ কৰিছিল। ডলী তালুকদাৰৰ "পাঞ্চালী" যুদ্ধোত্তৰ যুগৰ সাহিত্যৰ যি কোনো গল্প সংকলনতে স্থান পাবৰ যোগ্য সুন্দৰ গোত্ৰহীন পৰিয়ালত বিয়া হোৱা পাঞ্চালীৰ জীৱন স্বামী, শাহুৱেক আৰু সন্তানৰ জগতখনত সীমাবৰ্দ্ধ। গিৰিয়েকৰ কাম-কাজত মন নাই। পাঞ্চালীয়ে উদয়াস্ত খাটি ধনীৰ ঘৰত বাচন-বৰ্তন ধুই হলেও পৰিয়ালক খুৱায়। তাই স্বামীৰ বাবে কাম বিচাৰে। সৰু-সুৰা কাম আনি দিছিল যদিও, সি টিকিব নোৱাৰিলে। শেষত তাই বন-বাৰী কৰা ধনী মানুহ এজনৰ ঘৰতে পিয়ন চাকৰি এটা সংগ্ৰহ কৰি দিয়ে। তাৰ অলপদিন পিছতে বন-বাৰীৰ অন্তত ঘৰলৈ আহি দেখে যে তাইৰ স্বামীয়ে নতুন এজনীক ঘৰ সুমুৱাইছে। তাই বাহিৰত বন-বাৰী কৰিব লাগে গতিকে ল'ৰা-ছোৱালী চাঁওত নাই -- ঘৰখনবো থানথিত নাইকিয়া হৈছে---এয়ে তাৰ অজুহাত। আজীৱন কৰ্কশ কেটেৰা -- জেঙেৰাৰে নিজৰ শক্তি আৰু অধিকাৰ সাব্যস্ত কৰা মানুহজনী প্ৰথমবাৰৰ বাবে নিৰ্বাক হৈ যায়। তাই অৱশ্যে অতি নিমাখিত নোৱা হেলমাৰৰ দৰে কৈ ঘৰ-সংসাৰ পৰিত্যাগ কৰি মাউৰা ল'ৰা-ছোৱালী কেইটাক পোহ-পাল দি বুকুৰ জ্বালা উপশম কৰে।

গল্পটোত পৰিস্থিতি আৰু চৰিত্ৰ লেখিকাৰ গঠন পদ্ধতিত একাকাৰ হৈছে। ক'তো ভাৱ প্ৰৱণতাৰ চিন নাই। পাঞ্চলীও এক প্ৰকাৰৰ "বিদ্ৰোহিনী"য়েই! সৰু সৰু মানুহৰ সুখ-দুখ সংঘাতক লৈ ডলী তালুকদাৰে এই দৰে গল্প লিখে। গল্পটোৰ গাঠনিও সু-সংহত। তাৰ আৰম্ভণি মধ্য-ভাগ আৰু উপসংহাৰ স্বাভাৱিক সাংগঠনিক প্ৰক্ৰিয়াৰে নিয়ন্ত্ৰিত।

শ্লেষৰ প্ৰয়োগে গল্পটোৰ সৌষ্ঠাৱ বঢ়াইছে। আনহাতে লেখিকাৰ বাস্তৱ-বোধো প্ৰশংসনীয়।

---

# মোৰ অতি প্ৰিয় ডলী বাউদেউৰ সোঁৱৰণত

**ডঃ ইন্দিৰা ৰয়চম গোস্বামী**
দিল্লী বিশ্ব বিদ্যালয়

"স্বৰ্গীয়া বাইদেউৰ লগত মোৰ দেখা সাক্ষাৎ সঘনে হোৱা নাছিল যদিও মনৰ মাজত বাইদেউ মোৰ অহৰহ এক অতি প্ৰিয় ব্যক্তিৰ দৰে যজীৱ হৈ আছিল। মোৰ অতি প্ৰিয় ব্যক্তিবোৰ এনেদৰে আঁতৰি যোৱাৰ লগে লগে মোৰ নিজৰ জীৱনৰ প্ৰতিও বিশেষ মোহ নোহোৱা হৈ আহিছে। আপোনাৰ মনত কেনে অৱস্থা হৈছে মই ভালদৰে গম পাইছো। ভগৱানে আপোনাক সহ্য কৰিব পৰা শক্তি দিয়ক...."

ড° মামনি ৰয়চম গোস্বামী শ্ৰীফণী তালুকদাৰলৈ পঠোৱা শোকবাৰ্তাৰ প্ৰতিলিপি।



# জনপ্ৰিয় শিল্পী-গল্পকাৰ : ডলী তালুকদাৰ

**মেজৰ সত্যব্ৰত লহকৰ**

১৯৯৩ চনৰ ২৭ নৱেম্বৰ তাৰিখে প্ৰবীণ সাংবাদিক শ্ৰীফণী তালুকদাৰৰ সুযোগ্যা পত্নী ডলী তালুকদাৰে ইহলীলা সম্বৰণ কৰে।

শ্ৰীমতী তালুকদাৰে গুৱাহাটী তাৰিণী চৌধুৰী ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ত সুখ্যাতিৰে ৩৮ বছৰ কাল শিক্ষাদান কৰি এই বছৰ এপ্ৰিল মাহত অব্যাহতি লয়। তেওঁ কৃতী শিক্ষয়ত্ৰী হিচাপে ৰাষ্ট্ৰপতিৰ বঁটা লাভ কৰিছিল ১৯৮৯ চনত।

তেওঁ আছিল মৃদুভাষী। আৰু অমায়িক ব্যৱহাৰেৰে আটাইকে মুগ্ধ কৰিছিল। বহু বাধা- বিঘিনি ভেদ কৰি ১০৪৮ চনতে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ মাধ্যমত নাটকত প্ৰথম অভিনয় কৰে। তেওঁ গীতো গাইছিল।

তেওঁ নেশ্যনেল বুক ট্ৰাষ্টে প্ৰকাশ কৰা উপন্যাস "জাগৰী", "মৃত্যুকে বাদ", "জখলাৰ খোপনি" "বলৰাজ মাই ব্ৰাদাৰ" আৰু দুখন মালয়ালম গল্প সংকলন অসমীয়ালৈ অনুবাদ কৰিছিল।

বিভিন্ন আলোচনী আৰু সাপ্তাহিকত তেওঁৰ লেখা গল্প প্ৰকাশ হৈ আছিল। তেওঁৰ আত্মাই চিৰ শান্তি লাভ কৰক, লগতে আমাৰ শ্ৰদ্ধাঞ্জলি জনালোঁ।

মেজৰ সত্যব্ৰত লহকৰ
সম্পাদক "নামনাই"

# ডলী তালুকদাৰ আৰু নাই !

গোপীকান্ত তালুকদাৰ

আমাৰ বাইদেউ ডলী তালুকদাৰ চিৰদিনলৈ গুচি গ'ল। "এয়া নিয়তিৰ নিয়ম" বিপদত মাত এষাৰ দিবলৈ যেতিয়া গৈছিলোঁ, তেতিয়া চকী এখনত বিমৰ্ষমনে বহি থোকা-থুকি মাতেৰে কথা পাতি থকা বাইদেউৰ গুণবন্ত স্বামী শ্ৰদ্ধেয় শ্ৰীফণী তালুকদাৰৰ পিনে ৰবকৈ চাইছিলো উৎকণ্ঠাৰে। তেখেতৰ হিয়াভঙা কথাৰ মাজত উক্ দি উঠা উচুপনিৰ চকুপানীয়ে আমাৰো চকু চলচলীয়া কৰি তুলিছিল।

সকলোৰে হিয়াত শোক সঞ্চাৰ কৰা সেই গৰাকী ডলী তালুকদাৰৰ ব্যক্তিত্ব আৰু কৰ্মকুশলতাৰ কথা বুজি, শুনিয়েই আমি তেওঁক "সাহিত্যিক-সাংস্কৃতিক মণ্ডল", অসম নামৰ সংগঠনটোৰ উপদেষ্টা পাতিছিলো। সেই সময়ত ডলী বাইদেউৰ ভৰিৰ অসুখ আছিল যদিও আমাক নিৰাশ কৰা নাছিল। "অসুখ আৰোগ্য হ'লেই মণ্ডলৰ কাম-কাজত সাঁহাৰি যোগাব", এনে আশাসূচক আশ্বাসেই তেওঁৰ মুখ উজ্বল কৰি তুলিছিল।

অসম সাহিত্য সভাৰ অধিবেশনত প্ৰতিনিধিত্ব কৰাৰ প্ৰবল হেঁপাহ আছিল ডলী বাইদেউৰ। গুৱাহাটী সাহিত্য সভাৰ সম্পাদক হৈ থকা সময়ত কেইবাবাৰো প্ৰতিনিধিত্ব কৰাৰ সুবিধা লাভ কৰিছিল। ডলী বাইদেউৰ বিদেহী আত্মাই চিৰ শান্তি লাভ কৰক। এয়ে আমাৰ কামনা।



# শিক্ষয়িত্ৰী

ডলী তালুকদাৰ

[অসমবাণীৰ ১৯৫৭ চনৰ ১৩ ডিচেম্বৰ সংখ্যা কাকতৰ 'আইদেউৰ বুলনি' পৃষ্ঠাত ব্যক্তিগত অভিজ্ঞতা শিতানৰ ৪ নং প্ৰবন্ধ ৰূপে এই প্ৰবন্ধটি প্ৰকাশ হোৱাৰ সময়ত অৰ্থাৎ তেত্ৰিশ বছৰ আগেয়ে তাৰিণী চৌধুৰী বিদ্যালয়ত যোগ দিয়াৰ দুবছৰমানৰ পিচতে লিখা প্ৰবন্ধটিৰ লগতে তেতিয়াৰ ফটো এখনো প্ৰকাশ হৈছিল –সংঃ]

শিক্ষয়িত্ৰী বুলিলেই মনত পৰে গতানুগতিক এটি জীৱনৰ কথা। ৰাতিপুৱা চাৰে ন বজাতেই এমুঠি খাই দহ বজাত স্কুল পোৱা, নিৰ্দিষ্ট সময় অনুযায়ী ঘন্টাৰ পিচত ঘন্টা ধৰি পঢ়ুৱাই যোৱা, পঢ়া লোৱা, বহী চোৱা, পৰীক্ষাৰ সময়ত প্ৰশ্ন কাটা, পৰীক্ষা হলত ডিউটি দিয়া – এইবোৰৰ সৈতে এগৰাকী শিক্ষয়িত্ৰীৰ এৰাব নোৱাৰা সম্বন্ধ। তথাপিও এই বৈচিত্ৰহীনতাৰ মাজতো যেন কিবা এটা 'কিন্তু' লুকাই থাকে আৰু সেয়েই আমাৰ জীৱনত অভিজ্ঞতাৰ সমল যোগায়।

. . . . ছোৱালীবোৰলৈ মৰম লাগে ; কিছুমানৰ ব্যৱহাৰে, কিছুমানৰ শিকাৰ হেঁপাহ, কিছুমানৰ ঐকান্তিকতাই আপোনা-আপুনি সিহঁতলৈ মৰম আনি দিয়ে। "সিহঁতক শিকাব লাগিব" – এই কথাষাৰে নিজৰো শিকাৰ প্ৰতি আগ্ৰহ জন্মায়। ছোৱালীহঁতৰ জীৱন গঢ়ি উঠাৰ বাটত আমাৰ বৰঙণিৰ নিতান্ত প্ৰয়োজন। এইখিনি দিয়াৰ আনন্দৰ তুলনা বোধকৰো একো নাই। "বাইদেউৱে সকলো জানে" – ছোৱালীহঁতৰ সৰল বিশ্বাস। সেয়েহে সিহঁতক কিবা পঢ়ুৱাৰ আগতে, শিকোৱাৰ আগতে নিজে ভালদৰে সেইখিনি জানি বুজি সিহঁতৰ সৰল বিশ্বাসৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ আমি চেষ্টা কৰোঁ। কিন্তু সকলো সময়তে, সকলো ক্ষেত্ৰতে আমাৰ প্ৰয়োজন – ছোৱালীহঁতৰ অভাৱে আমাৰ অন্তৰত নিৰ্মম আঘাত দিয়ে। আপোনালৈ শ্ৰদ্ধা, আপোনালৈ অকৃত্ৰিম হেঁপাহে শ্ৰেণীত উদ্ভৱ হোৱা সকলোবোৰ সমস্যাৰ সমাধান নিশ্চয় আনি দিব।

সিহঁতৰ হেঁপাহ আৰু শ্ৰদ্ধা পোৱাৰ সমান আনন্দ আৰু হেৰুওৱাৰ সমান দুখ বোধকৰো এগৰাকী শিক্ষয়িত্ৰীৰ জীৱনত আন একো হ'ব নোৱাৰে।

শ্ৰেণীত সদায় ছোৱালীৰ দুটা ভাগ আমি বিচাৰি পাওঁ। পৰীক্ষাৰ বহীত 'মোৰ এজনী মেকুৰী আছে'ৰ ইংৰাজী "I was a Cat" কে আদি কৰি 'ভাৰতৰ ৰাজধানী শ্বিলং' 'আকবৰৰ পানীপথৰ লগত হোৱা যুদ্ধ,' 'চাহজাহানৰ ঐশ্বৰ্য্য বিভূতি দেখি মহম্মদ ঘোৰীয়ে ভাৰত আক্ৰমণ কৰা' — আপুনি অনায়াসে দেখিবলৈ পাব। উচ্চ শ্ৰেণীৰ ছাত্ৰীয়েও এনেদৰে লিখি আপোনাৰ সাধাৰণ জ্ঞানৰ পৰিধি বঢ়োৱাৰ লগতে নিজৰো মগজুৰ সুকীয়া বিশেষত্বৰ চিনাকি আপোনাক নিদিয়াকৈ নাথাকে। এনেধৰণৰ ঘটনাই আপোনাৰ শিকোৱাৰ আনন্দক হতাশাত পৰিণত কৰিব। পিচে মাজে সময়ে এনেধৰণৰ তিতা-কেঁহা অভিজ্ঞতাৰ সোৱাদ আমাৰ জীৱনৰ বিশেষ একো নতুন কথা নহয়। সেইদৰে আকৌ আন এমুঠি ভাল ছোৱালীয়ে যেতিয়া কৃতিত্বৰে পৰীক্ষাৰ দেওনা পাৰ হৈ যায় তেতিয়া আনন্দই আগতে উন্মুকিওৱা হতাশাৰ চিন নাইকিয়া কৰি পেলায়। এনেদৰে বছৰৰ পাচত বছৰ ধৰি এই পুৰণিবোৰেই আমাৰ জীৱনলৈ নতুন হৈ আহে। পুৰণিৰ মাজত নতুন আৰু নতুনৰ মাজত পুৰণিক আমি বিচাৰি লওঁ।

বহুতে হয়তো ভাবে এগৰাকী বিবাহিতা শিক্ষয়িত্ৰীৰ বোৱাৰী নাইবা গৃহিনীৰ দায়িত্ব পালন কৰাৰ পাচত শিক্ষয়িত্ৰী জীৱনৰ গধুৰ বোজা ববলৈ টান নেপায়নে বাৰু? অৰ্থনৈতিক হেচাতেই হওঁক বা আন কোনো কাৰণতেই হওঁক আজি বহুতো গৃহিনী ঘৰৰ চাৰিবেৰৰ বাজ হ'বলগীয়া হৈছে। এইখিনিতে ক'ব লাগিব যে বাহিৰলৈ ওলাই আহিও ঘৰখনৰ শৃঙ্খলা ৰক্ষা কৰাৰ দায়িত্ব সম্পূৰ্ণভাবে গৃহিনীগৰাকীয়ে পালন কৰিব লাগে। বাহিৰৰ কামে যাতে ঘৰুৱা জঞ্জাল নবঢ়ায় বা ঘৰুৱা জঞ্জালবোৰে যাতে বাহিৰৰ দায়িত্ব পালনত বাধা নিদিয়ে তালৈ তেওঁ চকু ৰাখিব লাগিব। এগৰাকী সাধাৰণ গৃহিনীৰ দিনটোৰ বেলেগ বেলেগ সময়ত বেলেগ বেলেগ কামবোৰ – তেওঁ স্কুললৈ যোৱাৰ আগতে সমাধা কৰি থ'ব লাগে। ঘৰৰ বাকী সকলৰ কাৰণে দুপৰীয়াৰ ভাতৰ ব্যৱস্থা, আবেলিৰ চাহ-জলপানৰ চিন্তা – তেওঁ আগতীয়াকৈ কৰিব লাগে। অৱশ্যে অকলশৰীয়া ঘৰ এখনৰ গৃহিনী এগৰাকীয়ে কেতিয়াবা আলহী-দুলহী থাকিলে কিছুমান অসুবিধাৰ সন্মুখীন হ'ব নলগীয়াকৈ নেথাকে। তেনে সময়ত চাকৰিয়াল গৃহিনী আৰু আলহীৰ



মধ্যস্থতাত চাহ-ভাত খোৱাৰ সময়কণ অলপ লৰচৰ কৰি লোৱাৰ বাহিৰে আৰু আন উপায় নেথাকে।

'কমন ৰুম'ত সমবেত হোৱা সহকৰ্মিনী সকলৰ কথা নকলে শিক্ষয়িত্ৰী জীৱনৰ কথা সম্পূৰ্ণ নহয়। এগৰাকী গৃহিনীৰ দুপৰীয়াৰ আজৰি সময়কণৰ দৰেই কমন ৰুমৰ 'টিফিন-আৱাৰ'টো আমাৰ কাৰণে এটা মধুৰ 'ৰিক্ৰিয়েছন'। সহকৰ্মিনীসকলৰ সান্নিধ্য আৰু সহযোগিতাই অকল স্কুলতেই নহয়, বাহিৰৰ জীৱনতো বৈচিত্ৰৰ ৰেখাপাত কৰে। ৰান্ধনিঘৰৰ পৰা মহাকাশৰ যাত্ৰী 'লাইকা'লৈকে মধুৰ, গধুৰ আলোচনাই আমাৰ একঘেয়ে জীৱনলৈ খন্তেকলৈ হলেও সলনি এটা আনি দিয়ে। ঘৰুৱা জীৱনৰ নিতান্ত প্ৰয়োজনীয় চিলাই-বন্ধাবঢ়া আদিৰ ন - ন প্ৰণালী পৰম্পৰৰ পৰা শিকাৰ সুযোগ আমি পাওঁ। সহকৰ্মিনী সকলৰ মাজতে সামাজিক আদান-প্ৰদানেৰে আমিও সমূহীয়া জীৱনৰ আনন্দ উপভোগ কৰোঁ। বয়োজ্যেষ্ঠা সহকৰ্মিনী সকলৰ উপদেশ, সম-বয়স্ক সকলৰ মৰণ-সহানুভূতি আৰু ছাত্ৰীসকলৰ বিকাশমুখী জীৱনৰ উদ্দীপনাৰ বোল লাগি অজানিতে জীৱনলৈ এটা মোহ আহি পৰে – এৰাব নোৱাৰা মোহ। (উল্লেখনীয় যে তাৰিণী চৌধুৰী বিদ্যালয়ত দেৰকুৰি বছৰৰো অধিক কাল একেৰাহে চাকৰি কৰাৰ আগতে তেওঁ শ্বিলঙৰ জেইল ৰোড স্কুলত কাৰোবাৰ ছুটিত নিম্নশ্ৰেণীত শিক্ষকতা কৰিছিল; তেতিয়া তেওঁৰ স্বামী অল ইণ্ডিয়া ৰেডিঅ' শ্বিলং -গুৱাহাটীৰ শ্বিলং অফিচৰ 'ইন-চাৰ্জ' আছিল। আনহাতে অসমবাণীত প্ৰকাশিত উক্ত প্ৰকাশটি সংগ্ৰহ কৰি দিছিল তেওঁৰ সহকৰ্মিনী শ্ৰীমতী বিনোদ হাতীকাকতিয়ে।)

(সম্পাদক)

# স্নেহময়ী ডলী তালুকদাৰ বাইদেউ

## এক সংস্মৰণ

[হিন্দী চেন্টিনেল কাকতত নবাৰুণ বৰ্মণে লিখা প্ৰবন্ধ অসমীয়া ৰূপত লিখি দিলো। সম্পাদক ]

আজকল সঞ্চাৰ মাধ্যমোঁকী বদোলত দুর্ঘটনা, হত্যা, বিদ্ৰোহ, উগ্রবাদ আদি দ্বাৰা হোনেৱালী মৃত্যুকা ইতনা প্ৰচাৰ হো ৰহা হ্যায়, জিসসে সামান্য জনোকী অনুভূতিয়াহী প্ৰায়ঃ পথৰা-সী গয়ী হ্যেয়, লোগ মানো অনুভূতি শুণ্যহী হোতে জা ৰহে হ্যেয়। প্ৰায়ৃ মৃত্যুকা সমাচাৰ অব্‌ন কিসী তৰহকী দহশত পৈদা কৰতা হ্যেয় ঔৰ ন গহৰে তক্ ঝক-পোৰতা হী হ্যেয়। পৰকভী কভী নির্মম মৃত্যুকো প্ৰহাৰ ইৎনে আকস্মিক চঙ্গসে হোতা হ্যেয় কি চেতনা য়া জাভী হ্যেয়, সহানুভূতিকে শব্দ লুট জাতে হ্যেয়, হাহাকাৰকা দাবানল ধধক উঠতা হ্যেয়। ডলী তালুকদাৰ বাইদেউকে আকস্মিক স্বৰ্গবাস কা সমাচাৰ ভী ইৎনা অকল্পনীয় থা কি ভূহস্য সহানুভূতিকে শব্দভী খো গঢ়ে, পৰ আমোঁকে আঁসুওনে ঐসী নির্মমতা নহী বৰতী ! দিল সহসা দহল গয়া।

বাইদেউ ডলী তালুকদাৰসে সম্পর্ক উনকী সাহিত্য কৃতিকে জৰিয়েহী হুৱা থা। উন্‌কে পতি ফণী তালুকদাৰসে অৰসে সো সম্পর্কভী সাহিত্য কৃতি দ্বাৰাহী হুৱা থা, উন্‌কে আকাশৱাণীমেং ৰহতে সময় স্যায়নে উন্‌কে কই ৰচনাওকা হিন্দী ৰূপান্তৰ কিয়া থা। অসমীয়া ভাষা-সাহিত্যকে সম্বন্ধমেঁ মেৰে প্ৰোৎসাহনদাতাওমে ফণী তালুকদাৰভী এক ৰহে হ্যেং। উসী সিলসিলেমে প্ৰায়ঃ উনকে নিবাসপৰ জানা হোতাতো ডলীতালুকদাৰ বাইদেউ হী পহলে সামনে আতী ঔৰ হস্‌তে হুয়ে বড়ে স্নেহসে বিঠাতী। বাইদেউকা স্বচ্ছ সৰল পহ্‌নাৱা, ছৰহৰা সৌম্য শৰীৰ, হোঠো পৰ্‌কী প্ৰফুল্লিত মুস্কান ভুলনেৱলী নহী হ্যেয়। ঘৰমে এয়সে লম্বী চর্চা শ্ৰীতালুকদাৰসে হী হোতী, বাইদেউ য়াতো ৰভী শ্ৰোতা ৰহতী য়া অপনী কামোমে জুটী হোতী। বাইদেউ জ্যাদাতৰ কহানী লিখতী। উন্‌কে পাদ্ৰ সমাজ জীৱনকে চল্‌তে-ফিৰতে ইনসান হোতে থে। কহানিয়োনে পেচীদগী নহী, পাৰিবাৰিক জীৱনকী কুছ মনোগথিয়োঁকী গাঠেঁ খোলনেৰএ্রালী উন্‌কে পাত্ৰোঁকী সীমায়ে বহুত অধিক



ফৈলী ন সী, শুদ্ধ অসমীয়া পাৰিবাৰিক জীৱনকী প্ৰতিনিধি হোতী থী। বিদ্ৰোহকী বজায় উনকী নায়িকায়েঁ সহনশীলতা কী প্ৰতিমূৰ্ত্তি হোতী থী। উনকী কুছ কহানিয়োঁকা ৰূপান্তৰ হিন্দীমেঁ ম্যয়নে কিয়া থা ঔৰ হিন্দী পাঠকোয়েঁ ৱে ল্যেকপ্ৰিয় হুই হী, উনকা ঔৰ কই ভাষাও মেঁ ভী অনুবাদ হুৱা।

অসমীয়া মেঁ মহিলা কথাকাৰোকী তাদাদ কম হ্যেয়। ইধৰ কুছ ব্যাপক দৃষ্টিকোণ সে লিখনেৱালী লেখিকায়েঁ সামনে আয়ী হ্যেয়, পৰ ডলী তালুকদাৰ বাইদেউকী শৈলী অলগ থী। উন্‌মে মুক্তিকী তড়প হ্যেয় পৰ পৰম্পৰাওকোঁ তিলাঞ্জলি দেনেকী উগ্ৰ ভাৱনা নহী। পৰ য়হ উন্‌কী সাহিত্য-কৃতিকে বাৰে মেঁ চর্চা কৰণা নহী হ্যেয়। ৱে সাধনা-নিৰত ৰহী, পৰ প্ৰচাৰ বিমুখ থীঁ। অতঃ উন্‌কী কৃতিয়োপৰ সম্যক বিচাৰ চর্চা কম হী হুই হ্যেয়। একপ্ৰকাৰ সে ৱে একান্ত-প্ৰিয় থী।

উন্‌কে দেহান্ত সে অসমীয়া ভাষা কী এক সাধনাৰত লেখিকা কা স্থান সুনা হো গয়া।

[উল্লেখযোগ্য যে ডলী তালুকদাৰৰ অনূদিত গল্প 'মন, মাটি, মেঘ'ৰ হিন্দী ৰূপান্তৰ 'মন, ধৰতী ঔৰ বাদল' – বিখ্যাত বোম্বেৰ ধর্মযুগ আলোচনীত প্ৰকাশ পোৱাত ভাৰতৰ বহু পাঠকৰ আনকি ৰুছদেশ নিবাসী ভাৰতীয়ৰ প্ৰশংসামূলক চিঠি আহিছিল। একেদৰে শেহতীয়াকৈ 'বাৰ্ষিকী' নামৰ কেন্দ্ৰীয় মানব সম্পদ বিভাগৰ দ্বাৰা প্ৰকাশিত বছৰেকীয়া বিভিন্ন ভাৰতীয় ভাষাৰ বছা বছা গল্প-প্ৰবন্ধৰ বৃহৎ সংকলনতো (১৯৯২) ডলী তালুকদাৰৰ 'অৱতৰণ' নামৰ গল্পটি প্ৰকাশ পাইছিল। এই গল্পৰ অনুবাদক শ্ৰীতৰুণ আজাদ ডেকা সঃ]

# পৰিয়ালৰ কৃতজ্ঞতা প্ৰকাশ

**শোক প্ৰকাশ ঃ**

বহুতো অনুষ্ঠান প্ৰতিষ্ঠানে শোক সভা পাতি লোৱা শোকপ্ৰস্তাৱে আমাৰ সন্তপ্ত মনক শান্তিদান দিছে। এই পুথি ছপাবলৈ দিয়াৰ সময়লৈকে শোকপ্ৰস্তাৱ লোৱা অনুষ্ঠানবোৰৰ ভিতৰত আছে ঃ অসম সাহিত্য সভা, অসম নাট্য সন্মিলন, অসম প্ৰাদেশিক মহিলা সমিতি, অসম লেখিকা সন্থা, সদৌ অসম যুৱ মঞ্চ, তাৰিণী চৌধুৰী উচ্চতৰ মাধ্যমৰ ছাত্ৰী একতা সভা, বৰনগৰৰ শ্ৰীশ্ৰীগৰখীয়া গোসাইৰ থান সমিতি, চেঙা সাহিত্য সভা, চেঙা আঞ্চলিক ছাত্ৰ সন্থা, যুৱ ছাত্ৰ পৰিষদ ( চেঙা আঞ্চলিক ), আঞ্চলিক মহিলা সমিতি, সাহিত্যিক-সাংস্কৃতিক মণ্ডল-অসম, বৰপেটা সাহিত্য সভা, বৰপেটা পিনাক শিল্পী-গোষ্ঠী, লেডীজ্ এণ্ড চিলড্ৰেনছ ৰিক্ৰিয়েছন চেণ্টাৰ গুৱাহাটী শাখা, গুৱাহাটীৰ জটীয়া মহিলা সমিতি, পূৱালী সংঘ-গুৱাহাটী, গুৱাহাটী মাণিক নগৰৰ ত্ৰিবেণী সংঘ ইত্যাদি। ০ ০ ০

**সমবেদনাৰ চিঠি ঃ**

এশতকৈও অধিক টেলিগ্ৰাম আৰু চিঠিৰে আমালৈ সমবেদনা জনোৱা ব্যক্তিসকলৈ নতশিৰে সেৱা জনাইছো। সেইসকলৰ ভিতৰত আছে ৰাজনীতিবিদ, বুদ্ধিজীৱি, বন্ধু-বান্ধৱ, সহকৰ্মী আৰু বিদেহী গৰাকীলৈ শ্ৰদ্ধা-মৰম থকা বহু ব্যক্তি আৰু অনুষ্ঠান।

**শ্ৰীচিদানন্দ দাস** প্ৰাক্তন পঞ্জীয়ক গুৱাহাটী বিশ্ববিদ্যালয়।

"তেওঁৰ মৃত্যুত তোমাৰ মহৎ ক্ষতি হ'ল। সমাজে এগৰাকী কৃতিত্বপূৰ্ণা বিশিষ্টা মহিলা হেৰুৱালে।"

**শ্ৰীজিতেন্দ্ৰ নাথ দাস,** প্ৰাক্তন উপাচাৰ্য্য,ডিব্ৰুগড়বিশ্ববিদ্যালয়।

"তেওঁৰ সামাজিক আৰু শৈক্ষিক অৱিহণা কোনেও পাহৰিব নোৱাৰে।"





**ডঃ হীৰেন গোহাঁই,** অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়,

"স্বৰ্গীয়া তালুকদাৰৰ সহচৰ্য্য হেৰুৱাটো আপোনাৰ বাবে কেনে শোকৰ কথা, অনুমান কৰিব পাৰিছো। আপুনি যাতে ভৱিষ্যতে ধৈৰ্য্য আৰু সাহসেৰে আমাৰ বিপদগ্ৰস্ত সমাজখনৰ যথাৰ্থ সেৱা কৰি যাব পাৰে, আন্তৰিকতাৰে কামনা কৰিলোঁ।

**শ্ৰীভৱ প্ৰসাদ চলিহা ঃ** অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়,

"আপোনাৰ মৰমৰ আৰু পৰম গুণৱতী সহধৰ্মিনীৰ পৰলোক গমনত আপোনাৰ অন্তৰৰ অসহনীয় বেদনা মৰ্মে মৰ্মে উপলব্ধি কৰিছো।"

**ডঃ ৰামচৰণ ঠাকুৰীয়া ঃ** প্ৰধান সম্পাদক, অসম সাহিত্য সভা।

"বিশিষ্টা লেখিকা, কৃতী শিক্ষয়িত্ৰী তথা আপোনাৰ পত্নী শ্ৰীযুক্ত ডলী তালুকদাৰৰ আকস্মিক বিয়োগৰ খবৰ পাই আমি মৰ্মাহত হৈছো।"

**শ্ৰীমহিম বৰা ঃ** প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা, নগাও।

"স্বৰ্গীয়া তালুকদাৰৰ লগত তাহানি ৰেডিঅ'ত থকা কালত— পিছতো, মোৰ আত্মীয়তা গঢ়ি উঠিছিল। ...পৰম প্ৰভুৱে সেই পবিত্ৰাত্মাক শান্তি দিয়ক, এয়েই প্ৰাৰ্থনা।"

**শ্ৰীনিৰোদ চৌধুৰী ঃ,** প্ৰাক্তন সম্পাদক অসম বাণী।

"তেখেত এগৰাকী আদৰ্শ শিক্ষয়িত্ৰী আৰু অসমৰ সুলেখিকা আছিল। ...বিদেহী আত্মাই চিৰ শান্তি পাওক ভগৱানৰ ওচৰত এয়ে প্ৰাৰ্থনা।

**শ্ৰীবিজনলাল চৌধুৰী ঃ** অধ্যাপক, বৰপেটা কলেজ।

"...ডলী বাইদেউ সাহিত্যৰ মাজতেই জীয়াই থাকিব; আৰু আমাৰ সকলোৰে স্মৃতিত জীৱন্ত হৈ ৰব। ডলী বাইদেউৰ স্মৃতিৰ প্ৰতি মূৰ দোৱালো। আপুনি যেন দুখক জয় কৰিব পাৰে ইয়াকেই আশা কৰিছো।"

**শ্ৰীদুৰ্গেশ্বৰ শৰ্মা ঃ** প্ৰাক্তন সম্পাদক, অসম সাহিত্য সভা, উত্তৰ গুৱাহাটী।

"তেখেত এগৰাকী কৃতী শিক্ষয়ত্ৰী, বিচক্ষণ সাহিত্যিক আৰু সমাজ সেৱিকা আছিল। তেখেতৰ অভাৱ পূৰণ কৰা সহজ নহব।"

**শ্ৰীমতীবাসন্তী শৰ্মা** ঃ ৰাজ্য সভাৰ সদস্যা, নিউ দিল্লী।

"বাইদেৱে মোক স্কুলত পঢ়াওতে বৰ মৰম কৰিছিল— সিদিনা দিল্লীতো লগ পাই অৱশ্যে গাটো বেয়া বুলি কৈছিল। বাইদেউৰ সেই মৰম কেতিয়াও পাহৰিব নোৱাৰো।"

**শ্ৰীৰবীন চৌধুৰী** ঃ অধ্যক্ষ, ডুমডুমা কলেজ।

"ইমান সোনকালে বাইদেৱে আমাৰ পৰা বিদায় লৈ অজান পথৰ পথিক হব বুলি ভাবিব পৰা নাছিলো। ... বিশ্ব-বিদ্যালয়ত পঢ়া দিনবোৰলৈ— বাইদেউৰ শান্ত-সৰল ব্যৱহাৰৰ কথা মনলৈ আহি আছে।"

**শ্ৰীমৃগেন্দ্ৰ নাৰায়ণ ৰায়চৌধুৰী** ঃ প্ৰাক্তন ডেপুটী ডিৰেক্টৰ, জেনেৰেল আকাশবাণী, নতুন দিল্লী।

"...আজি ৪৩ বছৰে যুগ্ম জীৱন যাপন কৰি হঠাৎ অকল-শৰীয়া হোৱাৰ দুৰ্ভাগ্যই আপোনাক স্বাভাৱিকতে আকুল কৰি তুলিব। তথাপি আপুনি সুস্থিৰ হব লাগিব, নিজৰ কৰিবলগীয়া কামখিনি কৰি যাব লাগিব, কাৰণ মিছেছ তালুকদাৰে আপোনাক তেনেধৰণৰ কৰ্মবীৰ হিচাপেই ধৰি লৈছিল ; আপুনি তেখেতৰ সেই সিদ্ধান্তৰ উপযুক্ত পুৰুষ হৈ থাকিব লাগিব। ...মিছেছ তালুকদাৰৰ আকস্মিক বিয়োগত আমি সচাকৈয়ে মৰ্মাহত হৈছো আৰু নিজকে অতি ক্ষতিগ্ৰস্ত বুলি অনুভৱ কৰিছো। ভগৱানলৈ প্ৰাৰ্থনা জনাইছো তেখেতৰ পবিত্ৰ আত্মাক স্বৰ্গীয় শান্তি দিয়ক।"

**শ্ৰীমিহিৰ কুমাৰ বৰুৱা** ঃ আই পি, এছ, নতুন দিল্লী আৰু শ্ৰীমতী নিৰু বৰুৱা ঃ

"তেখেত মাথোন আপোনাৰ সুখ-দুখৰ লগৰীয়েই নহয়— সকলোফালৰ পৰাই আপোনাৰ কৰ্মময় জীৱনৰ সঙ্গী আছিল। তেখেতৰ অকাল মৃত্যুৱে অসমীয়া সাহিত্য জগতৰো বহুখিনি সম্ভাৱনা ম্লান কৰিলে।"



**শ্ৰীজীৱেশ্বৰ গোস্বামী** ঃ সাধাৰণ সম্পাদক, অসম নাট্য সন্মিলন, নগাওঁ।

"জীৱিত কালত, আমি জনাত, শ্ৰদ্ধেয়া বাইদেৱে কোনো দিনেই আপোনাৰ কৰ্মক্ষেত্ৰত বাধা আৰোপ নকৰিলে—সদায়েই উৎসাহ জনাই গ'ল। সেয়ে আশা কৰিছো তেখেত য'তেই আছে— তাৰ পৰাই যেন আপোনাক সক্ৰিয় ভাৱে কৰ্মক্ষম হৈ থাকিবলৈ প্ৰেৰণাৰ লগতে সেই মহান আত্মাই যেন আপোনাক সুস্বাস্থ্যৰ গৰাকী হৈ এতিয়াৰ দৰেই অনন্ত কাললৈ কাৰ্যক্ষম হৈ সমাজৰ প্ৰতি সেৱা আগবঢ়াই যাবলৈ আশিষ প্ৰদান কৰে।"

**শ্ৰীমতী হৰপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞি** ঃ তৰাজান, যোৰহাট।

"শ্ৰদ্ধেয়া বাইদেউৰ স্মৃতি সেউজীয়া হৈ ৰওক।

**শ্ৰীঅজিত হাজৰিকা** ঃ ৰহা, নগাওঁ।

"অসমীয়া সমাজৰ এগৰাকী অগ্ৰশাৰীৰ মহিলা হিচাবে বাইদেৱে কৰি যোৱা কামক অসমৰ জনসাধাৰণে কেতিয়াও পাহৰিব নোৱাৰে। তেখেতৰ অকৃত্ৰিম স্নেহ, ভালপোৱা, শান্ত প্ৰকৃতিৰ স্বভাৱজাত ব্যৱহাৰ আৰু অমায়িকতাই সকলো পৰ্য্যায়ৰ লোকক মুগ্ধ কৰিছিল। সাহিত্য, শিক্ষা, সংস্কৃতিৰ জগতলৈ আগবঢ়োৱা তেখেতৰ অমূল্য অৱদান অসমীয়া সমাজে সদায় মনত ৰাখিব।"

**শ্ৰীহৰেশ্বৰ গোস্বামী** ঃ কাৰ্য্যকৰী সভাপতি, অসম নাট্য সন্মিলন, নগাওঁ।

"আমি জনোৱা কোনো, সমবেদনাই আপোনাৰ বেদনাৰ সম হব নোৱাৰে বুলি জানো। তথাপি এই সময়ত ধৈৰ্য্য আৰু ভগৱানৰ ওপৰত বিশ্বাসেইহে মনোবল অটুট ৰাখিব পাৰিব।... বিদেহী আত্মাৰ সদ্‌গতি কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো।"

**শ্ৰীবিবেকানন্দ ভট্টাচাৰ্য্য** ঃ নগাওঁ।

"ডলী তালুকদাৰ নামটি অসমৰ সাহিত্য সংস্কৃতিৰ জগতখনত অতি পৰিচিত নাম। সেই নাম সদায় থাকিব। ... বাহাদুৰ ছাহ জাফৰৰ কবিতা, বেগম আখতাৰে গাই গৈছে ঃ

"লায়ী হায়াত আয়ী
কজা লে চলী চলে
আপনী খুছী ন আয়ে
ন অপনী খুছী চলে"

[ জনমে হাতত ধৰি আনিলে, মৃত্যুৱে লৈ যাব, নিজৰ খুচীত কোনো অহা নাই ইয়ালৈ, নিজৰ খুচী মতে কোনো নাযায়। ]

**শ্ৰীৰাজেন্দ্ৰ নাথ শইকীয়া** ঃ অধ্যাপক, নগাও।

"ছাত্ৰাবস্থাৰ পৰা ডলী তালুকদাৰ' নামটোৰ লগত পৰিচয় লেখাৰ লগত পৰিচয়, লেখাৰ বিশেষ ভঙ্গীটোৰ লগত পৰিচয় আছিল। সৌভাগ্যক্ৰমে আপোনালোকৰ আত্মীয়স্থানত উপনীত হৈ ডলী মাহীদেউক পাইছিলোঁ। কেৱল হুবাৰ ঘনিষ্ঠভাৱে লগ পোৱাৰ সুযোগ মোৰ হৈছিল। সেয়ে মোৰ সুন্দৰ স্মৃতিৰ সঞ্চয়।"

**Prof. Bhagaban Baruah, Uzanbazar, Guwahati.**

"In the demise of Dolly, I have lost my own sister. But Uzanbazar lost a brilliant lady of rare qualities who contributed so much. Assam lost an eminent authoress and distinguished teacher and academician with devotion to art and culture. May her soul rest in peace."

**অন্যান্য** সকলৰ ভিতৰত আছে সৰ্বশ্ৰী আৰু শ্ৰীমতী ক্ষীৰদা কুমাৰী বৰুৱা (শিৱসাগৰ), অজিত সিংহ, ৰুবী (তেজপুৰ), পাৰ্বতি দত্ত (শিৱসাগৰ), ফুল বৰা (গুৱাহাটী), গোলাপ চন্দ্ৰ বৰা (নগাও) ভৰত বৰপূজাৰী (ডিব্ৰুগড়), গোলাপ বৰুৱা (বৰভগীয়া), অধ্যক্ষা প্ৰণতি তালুকদাৰ 'জোনা' (সৰভোগ), বিপিন চন্দ্ৰ গোস্বামী, জ্যেষ্ঠ পাৰ্ছনেল অফিচাৰ (বি. আৰ. পি. এল, বঙাইগাওঁ), বিপিন বৰদলৈ (যোৰহাট), সত্যৰঞ্জন কলিতা (তেজপুৰ); উপেন্দ্ৰ বৰকটকী (লামডিং), মোহন কলিতা, শিক্ষক (আইভেটি, বটদ্ৰবা), দেৱপ্ৰসাদ চলিহা (শিৱসাগৰ), যোগেন শইকীয়া (শিৱসাগৰ), লনু (ডিগবৈ), মনমণি (সৈনিক স্কুলৰ শিক্ষয়িত্ৰী, (গোৱালপাৰা), আৰতি দাস বৈৰাগী (গুৱাহাটী), পৱিত্ৰ কুমাৰ শৰ্মা (মঙ্গলদৈ), প্ৰণৱ তালুকদাৰ (যোৰহাট কৃষি বিশ্ব বিদ্যালয়), অৰিন্দম (লাকুৱা), অমল ৰাজখোৱা (প্ৰাক্তন সম্পাদক প্ৰধান-অসম সাহিত্য সভা, যোৰহাট), ডাঃ অমৃত নাথ হাজৰিকা (গুৱাহাটী), শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত (প্ৰাক্তন মুখ্যমন্ত্ৰী), শ্ৰীতৰুণ গগৈ (কেন্দ্ৰীয় মন্ত্ৰী, দিল্লী) বসন্ত দাস (উজান বজাৰ, গুৱাহাটী আৰু বহুতো।—



**বাতৰি কাকত**

সকলো বাতৰিকাকত, আকাশবাণী, দূৰদৰ্শনৰ বাতৰিত ডলী তালুকদাৰ বিষয়ে বিভিন্ন লেখা প্ৰকাশ পোৱাত আমি উক্ত মাধ্যমবোৰৰ কৰ্মকৰ্ত্তাসকলৰ ওচৰতো কৃতজ্ঞ।

চিত্ৰাঙ্গদা নামৰ পষেকীয়া আলোচনীৰ সম্পাদকীয়ত শ্ৰীমতী গুল পাঠকে (সম্পাদিকা) লিখিছে ;

যোৱা ২৭ নভেম্বৰৰ দিনা আকস্মিক এটি শোক সংবাদে অসমৰ কলা-সাহিত্যৰ জগতখনৰ উপৰিও আৰু অন্যান্য অগণন নাগৰিকক শোকাস্তব্ধ কৰি তুলিলে। অসমীয়া গল্প সাহিত্য, অভিনয় আদিৰ সবল অথচ স্নিগ্ধ উপস্থিতিৰে নিজৰ পাৰদৰ্শিতা সুন্দৰভাৱে প্ৰমাণ সুলেখিকা ডলী তালুকদাৰ অপ্ৰত্যাশিতভাৱে আমাৰ মাজৰ পৰা হেৰাই গ'ল। বন্ধু-বিচ্ছেদৰ অমলিন দুখেৰে ভাৰাক্ৰান্ত অসমৰ অগণন গুণমুগ্ধৰ ওচৰত আজি অনিবাৰ্য অন্তিম ক্ষণক ডলী বাইদেৱে হাৰ মনালে। আমাৰ কাকতখনিৰ অনিশ্চিত জন্মমুহূৰ্তৰ প্ৰথম গল্পটো ডলী তালুকদাৰেই লেখিছিল, এই সংখ্যাৰ বাবেও এটা গল্প দিব বুলি আমাক এইমাহৰ এক তাৰিখে মাতিছিল। কিন্তু সেই গল্প আৰু লেখা নহ'ল। নানান ৰোগ যন্ত্ৰণাৰ মাজতো প্ৰাণ-প্ৰত্যাশাৰে ভৰপূৰ, মানুহক অকপট সহধৰ্মিতাৰে মুগ্ধ কৰিব পৰা অমলিন মনৰ এইগৰাকী সাহিত্যিক শিল্পীৰ সোঁৱৰণত অসমৰ শ শ জনৰ সতে আমিও আজি হিয়াভৰা শ্ৰদ্ধা নিবেদন কৰিছোঁ।

শ্ৰীৰিজু হাজৰিকাই (গল্পলেখক আৰু সমালোচক) এঠাইত আগতে লিখা নিম্নোক্ত কথাখিনি আমালৈ পঠিয়াই সমবেদনা জনাইছে।

এগৰাকী প্ৰবীণ লেখিকা শ্ৰীমতী ডলী তালুকদাৰ। "মধুলেখা তেওঁৰ চুটি গল্পৰ সংকলন। নাৰী জীৱনৰ সংঘাত, হাঁহি-কান্দোন, বেদনা, দুৰ্ভাগ্য আদি তেওঁ সহানুভূতিৰে পৰ্যবেক্ষণ কৰে আৰু সেয়ে নাৰী চৰিত্ৰ অংকনত তেওঁৰ কলম নিখুঁত। গল্পত তেওঁৰ হাস্যৰস নাই; কিন্তু করুণ ৰসেও পাঠকক অতি আৱেগিক কৰি তোলাকৈ তেওঁ নেলেখে। ভাষা সংযত, সাৱলীল। দীঘলীয়া বাক্যৰ পাঠকক ভাৰাক্ৰান্ত নকৰে। সমাজত নিম্নস্তৰৰ লোকৰ প্ৰতি শ্ৰীমতী তালুকদাৰ সুক্ষ্ম দৃষ্টি সদা বিৰাজমান। 'পাঞ্চালী' গল্পত পাঞ্চলী নামৰ কামকৰা ছোৱালীজনীৰ জীৱনৰ ঘটনাচক্ৰত মেৰপাক খোৱা সত্বেও তাইৰ জীৱন দৰ্শনৰ যি উক্তি সি অতি প্ৰাণস্পৰ্শী।—

'চিত্ৰবাণী' কাকতৰ সম্পাদক শ্ৰীঅৰূপ শৰ্মাই লিখিছে: (১৬।১২ ৯৩)

## "চিত্ৰবাণী"ৰ অপূৰণীয় ক্ষতি

মৃত্যু অসহ্য হ'লেও অনিবাৰ্য্য। কিন্তু কোনোৱে অকালতে মৃত্যুক কাঢ়ি লৈ যোৱাটো নিবিচাৰে। নিবিচাৰে, নিজৰ প্ৰিয়জনক কন্দুৱাই চিৰদিনৰ বাবে আতৰি যোৱাটো। জন্ম, মৃত্যু মানৱ জীৱনৰ চিৰন্তন লগৰী। সৃষ্টি কৰ্ত্তাই যিদৰে জন্ম দিয়ে তেনেদৰে মৃত্যুও দিয়ে। সৃষ্টিকৰ্তাৰ এই দিশত আমি কোনোৱে বাধা দিব নোৱাৰো সঁচা। কিন্তু নিষ্ঠুৰ বিধাতাই যেতিয়া অজ্ঞাতে আমাৰ মাজৰ পৰা কোনো এজনক আতৰাই নিয়ে তেতিয়া সেই বিধাতাৰ ওপৰত আমাৰ ঘৃণাও জন্মে।

সেইদিনা তেনেকুৱাই হ'ল। ডলী বাইদেউক ঈশ্বৰে আমাৰ মাজৰপৰা চিৰদিনৰ বাবে কাঢ়ি লৈ গ'ল, দি গল প্ৰিয়জনক দুখ-যান্ত্ৰণা। আৰু আমাক দিলে এক অপ্ৰত্যাশিত আবেগ। যি আবেগত বিহ্বল হৈ আমিবোৰে ঈশ্বৰক গালি-শপনি পাৰিবলৈ বাধ্য হৈছো। ডলী বাইদেউৰ মৃত্যু হোৱা কথাটো আমি কোনেও বিশ্বাস



কৰিব পৰা নাই। বাইদেউৰ মুখৰ উজ্জ্বল হাঁহি আৰু শিশুসুলভ ভাষাই বাইদেউ যেন আমাৰ মাজত এতিয়াও আছে। তাৰ এক ছবি চকুৰ পৰ্দাত প্ৰতিফলিত হৈ আছে। সেইদিনা ২৭ নৱেম্বৰ। পুৱাৰ ভাগতে বাইদেউয়ে অইন দিনৰ দৰে দৈনন্দিন কৰ্তব্য সম্পাদন কৰিছিল। প্ৰতিথযথা সাংবাদিক, পৰিচালক ফণী তালুকদাৰৰ সৈতে (বাইদেউৰ স্বামী) একেলগে পুৱাৰ আহাৰ খাইছিল আৰু প্ৰিয়জনক হাঁহি ভৰা মুখেৰে হয়তো শেষবাৰৰ বাবে বিদায় দিছিল। তালুকদাৰ চাৰ পুৱাৰ ভাগতে এটি জৰুৰী কামত বাই-দেউৰ আশীৰ্বাদ লৈ গাড়ীৰে ওলাই আহিছিল। চাৰ ওলাই যোৱাৰ পিচত বাইদেউয়ে বিচনাত শুই টি. ভিৰ কাৰ্যসূচী উপভোগ কৰিছিল। হঠাতে বাইদেউ বিচনাত উঠি বহি ঘৰত থকা ছোৱালী-জনীক ফেনৰ চুইচটো অন কৰিব দিছিল। ফেনৰ চুইচ দিয়াৰ পিচত বাইদেউ পুনৰ বিচনাত শুই পৰিছিল। ফেনৰ মৃদু বতাহৰ আৰে আৰে বাইদেউৰ আত্মা বিচৰণ কৰি এটা সময়ত হয়তো আতৰি গৈছিল। নিমিষতে ছোৱালীজনী চিঞৰি দিছিল। ওচৰত থকা কেবাজনে বাইদেউৰ শুৱনী কোঠালৈ দৌৰি আহিছিল। কিন্তু কোনেও বাইদেউক টোপনিৰ পৰা জগাব পৰা নাছিল।

বাইদেউৰ মৃত্যু হ'ল যেনিবা কিন্তু বাইদেউৰ আধৰুৱা কামবোৰ এতিয়াও জ্বলি থকা জুইৰ দৰে জ্বলি আছে। সেয়ে হয়তো আমি কোনেও বাইদেউৰ মৃত্যু হোৱা কথাটো বিশ্বাস কৰিব পৰা নাই। বাইদেউৰ অকাল মৃত্যুৱে অসমবাসীৰ অপুৰণীয় ক্ষতি কৰিলে। 'চিত্ৰবাণী'ৰ পৰিয়ালৰ প্ৰতিজনক আঘাত দিলে। কাৰণ জন্ম লগ্নৰে পৰা বাইদেউ 'চিত্ৰবাণী'ৰ লগত একানপতীয়াকৈ জড়িত হৈ পৰিছিল। দূৰদৰ্শনৰ ওপৰত নিয়মিত লেখাৰ দায়িত্ব আছিল বাইদেউৰ। কিন্তু বাইদেউৰ মনৰ আশাক বিধাতাই ধূলিস্যাৎ কৰি দিলে। তথাপিও আমি অলৰ অচল। বাইদেউৰ আধৰুৱা কাম কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ। 'চিত্ৰবাণী'য়ে বাইদেউৰ বিদেহী আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাইছে আৰু বাইদেউৰ সপোনক দিঠকত পৰিণত কৰাৰ বাবে নতুন প্ৰচেষ্টা হাতত লৈছে।

অৰূপ কুমাৰ শৰ্ম্মা

# পৰিশিষ্ট

## ডলী তালুকদাৰ

(চমু পৰিচয়)

জন্মঃ— ১৯৩০ চনৰ ১৪ নৱেম্বৰ তাৰিখে গুৱাহাটীৰ যোৰপুখুৰীপাৰৰ মোমায়েকৰ ঘৰত।

পিতৃঃ ৺থানেশ্বৰ হাজৰিকা, দীনদুখী, বিহুৱান, গোহাঁই গাভৰু, বক্রবাহন, শেষ বিদায় আদিৰ ৰচকৰ আদি বাসস্থান শিৱসাগৰৰ ওচৰৰ দিখৌ-পাৰৰ দিছিয়াল গাওঁ। চাকৰি সংক্রান্তত গুৱাহাটী, (খানাপাৰা), তেজপুৰ, শ্বিলং (আপাৰ শ্বিলং) আদি ঠাইত কটাই ১৯৪৩ চনত কৃষি বিভাগৰ ডেপুটি ডাইৰেক্টৰ হৈ থাকোতেই অকালতে মৃত্যু বৰণ কৰে।

মাতৃঃ— ৺সুধালতা হাজৰিকা ঐতিহাসিক পণ্ডিত ৰায়বাহাদুৰ ৺কনক লাল বৰুৱাৰ সহোদৰ ৺মহেন্দ্র লাল বৰুৱাৰ কন্যা। তেজৰ সম্বন্ধত সাহিত্যিক ৺ ডিম্বেশ্বৰ নেওগ আৰু ডঃ মহেশ্বৰ নেওগ, দেউতাকৰ ডাঙৰ বায়েকৰ ল'ৰা-ককায়েক।

বাল্যকাল ও বিবাহঃ— পিতৃ বিয়োগৰ পিছত ৺ডলী তালুকদাৰ যোৰ পুখুৰীপাৰৰ ককাকৰ ঘৰত ডাঙৰ-দীঘল হয়। শিক্ষা আৰম্ভ কৰে গুৱাহাটীৰ চেণ্ট মেৰীজ স্কুলত। তাৰ পিছত পাণবজাৰ ছোৱালী হাইস্কুলত দুবছৰ পঢ়ি তাৰিণী চৌধুৰী স্কুলৰ পৰা ১৯৪৭ চনত প্রথম বিভাগত মেট্রিক, ১৯৪৯ চনত সন্দিকৈ কলেজৰ পৰা আই, এ আৰু ১৯৫১ চনত বি, এ পাছ কৰে। চতুৰ্থ বাৰ্ষিকত পঢ়ি থাকোতেই ১৯৫০ চনৰ ২৮ জুন তাৰিখে বিশিষ্ট সাহিত্যিক সাংবাদিক শ্রীফণী তালুকদাৰৰ লগত বিয়া হয়। ১৯৫৬ চনৰ পৰা ১৯৯৩ চনৰ ৩০ এপ্রিললৈকে একেৰাহে টি, চি স্কুলত শিক্ষকতা কৰে। ইয়াৰ আগতে কেইমাহমান শ্বিলঙৰ জেইল ৰোড গৱৰ্ণমেণ্ট গাৰ্লছ হাইস্কুলত শিক্ষকতা



কৰিছিল। চাকৰি কালতেই এবছৰতে তেওঁ অসমীয়া বিষয়ত এম. এ. পৰীক্ষা দ্বিতীয় শ্রেণীৰ দ্বিতীয় স্থানলৈ (সেইবাৰ প্রথম শ্ৰেণী নাছিল) পাছ কৰাৰ উপৰিও বি, টি, আৰু ই, টি, (ডিপ্লোমা) পাছ কৰে। তেওঁ ইউৰোপ-আফ্রিকাৰ বহুদেশ ভ্রমণ কৰে। হায়দৰাবাদত নেছনেল ইন্টিগ্রেছন কেম্পত যোগ দিয়া, এন, চি, ই, আৰ. টিৰ কৰ্মশালাত (দিল্লী) শিশু-আলেখ্য (কেছে-টৰ বাবে) লিখা আৰু অনাতাঁৰ যোগে প্রথমে অভিনেত্রীৰূপে তথা পিচলৈ নিয়মিতভাৱে আলোচনা-গল্পৰচনাত ভাগ লোৱা ৺ডলী তালুকদাৰে অধ্যয়ন কৰি ভাল পাইছিল— বিশেষকৈ বাংলা সাহিত্য। তেওঁ কেইবাখনো গ্রন্থ, (মৌলিক আৰু অনুবাদ) লিখিছে আৰু কাকতেপত্রই বহুতো প্রবন্ধ—গল্প—ৰসৰচনা লিখিছে।



*আমাৰ ঘৰত পদধূলি দি শান্তনা জনাবলৈ অহা এহেজাৰবো ওপৰ শুভাকাঙ্খীৰ নাম উনুকিওৱা সম্ভৱ নহল। তদুপৰি শ্মশানবন্ধু, দহা-শ্রাদ্ধ-মৎস্যস্পৰ্শ আদি বিভিন্ন অনুষ্ঠানত সহায়-সহযোগ কৰা তথা অংশগ্ৰহণ কৰা সকলোলৈকে আমাৰ নিজৰ আৰু পৰিয়ালৰ হৈ সশ্রদ্ধ প্ৰণিপাত জনাইছো। অৱশেষত তেওঁৰ স্মৃতিত পতা সভাবোৰত ভাগ লৈ মৃতকৰ আত্মাৰ সদ্‌গতি কামনা কৰা সকলোকৈ আৰু "অশ্রুতীৰ্থ" স্মৃতিগ্রন্থখনি অসম সাহিত্য সভাৰ অতি কৰ্মঠ শাখা-সভা-সুৰভি সাহিত্য-সমাজৰ কাৰ্যকৰী-সভাপতি অধ্যাপক শ্রীকনক চন্দ্ৰ ডেকাই সম্পাদনা কৰিছে। অধ্যাপক ডেকা আৰু মৃতকৰ বিষয়ে লিখা লেখক-লেখিকা সকলোলৈকে আমাৰ কৃতজ্ঞতাৰ শৰাই আগবঢ়ালো।*

*ফণী তালুকদাৰ আৰু*
*পৰিয়ালবৰ্গ।*

# স্মৃতি

ষষ্ঠ অৱদান




ভাৰতৰ ৰাষ্ট্ৰপতিৰ দ্বাৰা ১৯৯০ চনৰ শিক্ষক দিৱসত পুৰস্কৃত, নতুন দিল্লী